মোমাই-তামুলী বৰবৰুৱাৰ মন্ত্ৰণাত ন-কৈ সংস্থাপন কৰিলে, লাচিত বৰফুকনৰ নিৰ্ভীক নেতৃত্বত মোগলৰ আক্ৰমণ প্ৰতিহত কৰিলে, পূৰ্ণানন্দ-বদনচন্দ্ৰৰ মনো-মালিন্যত উদ্ভৱ হোৱা অন্তৰ্বিদ্ৰোহতো স্বতন্ত্ৰতা ৰক্ষাৰ নিমিত্তে খুবৰ গাঁকো বগালে, বন্দিনীৰ প্ৰেৰণাত ৰাজতন্ত্ৰৰ অবৈধতাও সমৰ্থন কৰিলে। 'বলবন্ত কালচক্ৰৰ' প্ৰভাৱত সেই বুৰঞ্জীময়োদ্দীপ্ত সন্তান সকল বৃটিছৰ মোহিনী মন্ত্ৰত পৰি কেই কুৰিমান বছৰ সুপ্তাৱস্থাত আছিল, সঁচা। কিন্তু, বুৰঞ্জীৰ দীক্ষামন্ত্ৰই স্বাধীনতাৰ প্ৰথম যুদ্ধত সকলোকে সাৰ পোৱাই দিলে। পাশ্চাত্য সভ্যতাৰ অৰুণোদয়ৰ লগে-লগেই, ফল্গু নদীৰ দৰে প্ৰৱহমান হৈ থকা দেশ-প্ৰেমৰ প্ৰবল সোঁত আকৌ ব্ৰহ্মপুত্ৰৰ দৰে অনৱচ্ছিন্নভাৱে বলিবলৈ ধৰিলে। বুৰঞ্জীৰ পুনৰ অভিনয় আৰম্ভ হল। এনে অভিনয়তে আত্মচৈতন্যৰ উদয় হওক, এই বুলিয়েই 'দুৰ্বীণৰ' প্ৰবন্ধ কেইটা ৰাইজৰ আগলৈ আগবঢ়াই দিলোঁ। পাঠকসকলে অন্তৰেৰে তাৰ গূঢ় মৰ্ম্ম উপলব্ধি কৰিব পাৰিলেই মোৰ শ্ৰম সাৰ্থক হল বুলি ভাবিম।

প্ৰবন্ধ কেইটা ১৯৩৫ চনৰ আগতেই লিখা আৰু সেই সময়ৰ "বাঁহী," 'আৱাহন' আৰু "অঞ্জলিত" প্ৰকাশ হৈছিল। "বৰবৰুৱা মোমাই তামুলী' টো মাত্ৰ স্বাধীন হোৱাৰ পাছত "বৰদৈচিলা"ত ওলাইছিল। ইয়াৰ ভিতৰতে, অধ্যাপক তীৰ্থনাথ শৰ্ম্মা এম-এ দেৱে কলিকতা বিশ্ববিদ্যালয়ৰ দ্বাৰাই অনুমোদিত "প্ৰৱেশিকা কথা-চানেকি"ত "বঙালবৈৰী লাচিত বৰ-ফুকন"ৰ এছোৱা আৰু অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰু এম-এ-দেৱে উক্ত বিশ্ববিদ্যালয়েই চলোৱা ইণ্টাৰমেডিয়েট-শ্ৰেণীৰ পাঠ্য "কথা-সাহিত্যত" "দেশদ্ৰোহী কোন" বোলা প্ৰবন্ধটো সন্নিবিষ্ট কৰি দি মোক যথেষ্ট উৎসাহিত কৰিছিল।

প্ৰবন্ধ কেইটা যে অসম্পূৰ্ণ আৰু বিষয় সম্পৰ্কীয় ঘটনাৰ সকলো তথ্য যে তাত সোমোৱা নাই, সেই কথা মই মুক্তকণ্ঠে স্বীকাৰ কৰোঁ। ডাক্তৰ সূৰ্য্যকুমাৰ ভূঞা, এম-এ, বি-এল ; পি-এইচ, ডি ; ডি-লিট্-প্ৰণীত "Lachit

Barphukan and His Times" আৰু "Anglo-Assamese Relations"ৰ নিচিনা উৎকৃষ্ট আৰু বুৰঞ্জী তথ্যেৰেই পৰিপূৰ্ণ পুথি প্ৰকাশৰ পিছত মোৰ প্ৰবন্ধৰ কলেৱৰ বঢ়াবলৈ গলে তোৰৰ আগত জোনাকী-পৰুৱাৰ পোহৰ পেলোৱাদৰে হব। গতিকেই, যেনে প্ৰবন্ধ তেনে ভাবেই থাকিবলৈ দিয়া হল।

'বঙাল বৈৰী লাচিত বৰফুকন' লেখাৰ আগতে, শ্ৰদ্ধাস্পদ শ্ৰীযুত সৰ্ব্বেশ্বৰ বৰুৱা বি-এল্ দেৱৰ 'মহাবীৰ লাচিত বৰফুকন' বোলা প্ৰবন্ধটোৱে মোক বৰকৈ অনুপ্ৰাণিত কৰিছিল। স্বৰূপাৰ্থত কবলৈ গলে, তেখেতৰ প্ৰবন্ধত হে "দেশতকৈ মোমাই ডাঙৰ নহয়" বোলা কথাষাৰ পোন-প্ৰথমেই পাওঁ। সেই কাৰণে, জয়ে-জয়ে বৰুৱা ডাঙৰীয়ালৈকে আন্তৰিক কৃতজ্ঞতাৰ শৰাই এখন আগ বঢ়ালোঁ। শিৱসাগৰৰ বকতাত পোনপ্ৰথমেই লাচিত-উৎসৱ পাতি লাচিতৰ বিষয়ে সভাপতিৰ আসনৰপৰা মোক দুআষাৰমান কবলৈ সুবিধা দিয়াত (যি কেইআষাৰ এই পুথিতেই পাব) দেশসেৱক শ্ৰীযুত তৰুণচন্দ্ৰ বৰুৱা আৰু নগৰীয়া বন্ধু শ্ৰীযুত প্ৰিয়নাথ বৰুৱাৰ ওচৰত বিশেষ ভাৱে ধৰুৱা হৈ থাকিলোঁ। পাছৰ জন বৰুৱাৰ উদ্যোগতে যোৰহাটৰ ৰঙাজানত পতা লাচিত-উৎসৱ-সমিতিৰ সভ্যসকলৈও ধন্যবাদ নজনাই নোৱাৰিলোঁ। সদৌ শেহত, ছেদেলি-ভেদেলি হৈ পৰি থকা এই প্ৰবন্ধবোৰ জুকিয়াই ধুনীয়াকৈ লেখি দিয়া বাবে "বাতৰি"ৰ সহকৰ্ম্মী সোদৰোপম বন্ধু শ্ৰীযুত কৰুণাকান্ত গগৈ দেৱলৈও "চেনেহ-মৰম-প্ৰীতিভৰা" শৰাগৰ ফুল-চাকিটি যাচিলোঁ।

গুৱাহাটী
১ অক্টোবৰ, ১৯৫১

শ্ৰীবেণুধৰ শৰ্ম্মা

# চিত্ৰ-পৰিচয়

৩১ পিঠিত দিয়া নক্সাটো ব্ৰহ্ম কৱচৰ চিত্ৰ। ভুৰ্জ্জপত্ৰত আঠকোণীয়া চক্ৰ এটা কৰি, নক্সাত থকাদৰেই মন্ত্ৰ কেইটা তাতে লিখি বিধিমতে শোধিত কৰা অষ্টধাতুৰ তাবিজত ভৰাই, সেই তাবিজটো গাত বা কঁকালত আঁৰি ললে ৰণত পৰাজয় নাই। নাজিৰাৰ মঠিয়াছিগাৰ শ্ৰীমহেন্দ্ৰনাথ পানীফুকনে ব্ৰহ্মকৱচৰ ছবিখন দিওঁতে কৈছিল, "এই মন্ত্ৰ গাত থাকিলে দাৰে কুৰিয়ালেও দা উফৰি যায়। ইয়াকে পিন্ধি লাচিতে শৰাইঘাটত যুদ্ধ কৰিবলৈ গৈছিল।"

— —

## সূচীপত্ৰ




# দূৰবীণ

---

## বৰবৰুৱা মোমাই-তামুলী

১৬০৩ খৃষ্টাব্দৰপৰা ১৮২৪ খৃষ্টাব্দলৈকে—এই ২২১ বছৰৰ ভিতৰত স্বৰ্গদেৱসকলৰ অনূ্যন প্ৰকৃত-অপ্ৰকৃত ৪১ জন বৰবৰুৱা বা ৰাজসভাৰ প্ৰধান বিচাৰকে ৰাজকাৰ্য্য সম্পাদন কৰি গল। সেই সকলোটিৰ ভিতৰত মোমাই-তামুলীয়েই সৰ্ব্বশ্ৰেষ্ঠ আছিল বুলি কব পাৰি। আমাৰ ৰজা-দিনত যি গৰাকী পুৰুষেই বৰবৰুৱা পদত অভিষিক্ত হৈছিল তেওঁকেই আহোম ভাষাত "ফু-কেন্-লুং" বুলি কোৱা হৈছিল। ফু-কেন্-লুঙৰ অৰ্থ হৈছে সৰ্ব্বশ্ৰেষ্ঠ পুৰুষ।

মোমাই-তামুলীৰ কৃতিত্ব প্ৰকাশৰ দিন মহাৰাজ প্ৰতাপসিংহৰ ৰাজত্ব-কাল—১৬০৩ খৃষ্টাব্দৰপৰা ১৬৪১ খৃষ্টাব্দৰ ভিতৰত। এই ৩৮ বছৰত মোমাই তামুলীয়ে দেখুৱাই থৈ গল যে,

(১) ৰাজ্য জয় কৰাতকৈ ৰাজ্যপতা বা সংগঠন কৰা কাম অতি টান।

(২) পৰিশ্ৰম, অধ্যৱসায় আৰু একাগ্ৰতা-সংযোজিত প্ৰতিভাৰ আগত মানুহে পাতিলোৱা বংশগত বাহ্যিক মৰ্য্যাদা অতি তুচ্ছ।

(২) সুযোগ-সুবিধা আৰু উৎসাহ-উদ্দীপনা পালে কাঁড়ী-হজুৱা-পাইকো উচ্চ-পীড়িত পার্গত বাজনীতিজ্ঞ হব পাৰে।

(৪) নাচিত বৰফুকনৰ ওচৰত হাৰ মানি ৰাজসিংহই যে কৈ গৈছিল অসমীয়া সেনাই সকলো কাম কৰিব পাৰে বুলি, তাৰ গুৰিত হল মোমাই তামুলীয়েই। একে জন মোমাই তামুলীয়েই বৰুৱা হল, বৰবৰা হল, বৰ-বৰুৱাও হল, বৰফুকনো হল, অৰ্থাৎ একেজন পুৰুষেই সামৰিক-অসামৰিক দুয়ো বিভাগতে দক্ষতাৰ পূৰ্ণপৰিচয় দি গল। অসম-বুৰঞ্জীৰ পৰ্ষ্ঠত যে এনে এজন পুৰুষে স্থান লাভ কৰিছিল তাক সুঁৱৰিলে সঁচাকৈয়ে সাহিত্যৰথী বেজবৰুৱাদেৱৰ ভাষাৰে কবৰ মন যায়—

"আমি অসমীয়া, নহওঁ দুখীয়া
কিহৰ দুখীয়া হম ?
সকলো আছিল সকলো আছে
নুগুণো নলওঁ গম।
* * * *
যতন কৰিলে সকা, বৰ হয়
তামুলী মোমায়ে কলে—"

জাঁতি-গুৰিৰ পৰ খেদি গলে মোমাই তামুলীৰ খেলটো লুখুৰাখণ বুলি পোৱা যায়। আহোম-বুৰঞ্জীমতে লুখুৰাখণ দুৱৰ----এঘৰৰ নাম ফিমা। সেই ফিমাৰে সন্ততি মোমাই তামুলী।

**মোমাই-তামুলীৰ আই নাম মেমাই শ্যেচাঙ।**—মোমাই তামুলীৰ ঘৰত মতা নাম আছিল মেমাই শ্যেচাঙ। যাকৰ ফালৰ সম্বন্ধত খোৰা ৰজা দেউতাক হয়। চুচেংফা বা প্ৰতাপসিংহই গড়গাওঁ নগৰৰ দক্ষিণে, নাজিৰাৰপৰা দুমাইলমান ভটীয়াই, চটাই আলিয়েদি এদিন ফুৰিবলৈ গৈছিল। যাওঁতে, আটোমটোকাৰিকৈ পত্য বাৰী এখনি সৰ্গদেৱৰ

দৃষ্টিত পৰিল। বাৰীখন চাৰিউফালে পৰ্ব্বত যেন চাপেৰে ৰেৰোৱা। তাৰ ওপৰতে টাহি মনকৈ ৰোৱা জেওৰা। ৰজাদেৱে বাৰীখনৰ ঠগ দেখি তন্মান্ ধাই নগৰ মানুহক সেই বাৰীয়লীয়া মানুহটোক তেওঁৰ আগত ভেটাবলৈ কলে। ৰজাদেৱে সুধি-পুছি জানিব পাৰিলে যে মেমাই ন্যোচাঙ্গ বোলা মানুহ এটাই ধুনীয়া বাৰীখন পাতিছে। মেমাই খ্যেচাঙ্গ দীন-দৰিদ্ৰ, ঘৰত ভনীয়েক এটিৰ বাহিৰে আৰু কেও নাই। সৰ্গদেৱৰ মৰম লাগি ভনীয়েকেসৈতে মেমাইক কাৰেঙলৈ নি, ভনীয়েকক তামুলী লিগিৰী আৰু ককায়েকক তামুলী লিগিৰা পাতিলে। "পৰে ৰজাদেও সেই তামুলী লিগিৰীতে আসক্ত হৈ ৰৰকুৱঁৰীৰ ফাললৈ যোৱা কম হোৱাত এদিন ৰৰ-কুৱঁৰীয়ে . সেই মেমাই খ্যেচাঙ্গক মতাই নি কলে, "তই যদি আজি ৰজাদেওক মোৰ এখেলৈ পঠাব পাৰ, তোক মই আপোন ভাই যেন জানিম।" এনে প্ৰতিজ্ঞা কৰি ক'লত, "মোৰ কি শক্তি। তথাপি পুৰুষাৰ্থ কৰি চাম" বুলি মেমায়ে কৈ আহিল। "ৰৰ কুৱঁৰীৰ শৰিল কাতৰ আছে; ৰৰ নৰিয়া; সৰ্গদেৱক এই সময়ত সেৱা এটি কৰিবৰ বৰ মন কৰিছে।"— এই বুলি মেমায়ে জনোৱাত ৰজাদেৱে সেই কথা শুনি তেতিয়াই কুৱঁৰীৰ ফাললৈ গৈ, ৰৰ কুৱঁৰীৰে আলাপ-প্ৰলাপ কৰিলেগৈ।

নিজৰ ভনীয়েকলৈ নেচানি ৰৰকুৱঁৰীৰ গুৰিলৈ যে ৰজাক নিয়ালে, এই বাবে মেমাই ৰৰকুৱঁৰীৰ বৰ মৰমৰ পাত্ৰ হল। ৰৰকুৱঁৰীৰ শলাগনীৰ ওপৰতে আঁউজি সৰ্গদেৱে মেমাইক তামুলী-লিগিৰাৰপৰা ৰৰবৰা বিষয়লৈ উদ্ধ্ৰালে আৰু সেই শলাগনীৰে ভেউতি চৰোৱা মেমাইৰ স্বাভাৱিক প্ৰতিভাই ৰজাদেৱৰ মন মুহি পেলালে। মেমাই ৰৰবৰুৱা হলগৈ। আৰু পাছলৈ মেমাইৰ প্ৰথম আখৰটোৰ গাতে আ-কাৰ এডালি লগাই সকলোৱে মোমাই বুলি কবলৈ ধৰিলে।

চুহুন্‌ফা বা দিহিঙ্গীয়া ৰজাদিনৰপৰা চুখাম্ফা বা খোৰা ৰজাৰ

দিনলৈকে, এই ১৩৪ বছৰৰ ভিতৰত, সৰ্গদেৱসকলৰ ৰাজ্যৰ সীমা বাঢ়ি যোৱাৰ লগে-লগে, অৰ্থনৈতিক, ৰাজনৈতিক, সামাজিক আৰু বৈদেশিক ৰাষ্ট্ৰীয় নীতি আদি বিস্তৰ আউলীয়া সমস্যাই দেখা দিবলৈ ধৰে। ১৩৭০ শকৰ—১৪৬৮ খৃঃ—আগলৈকে চুকাফা সৰ্গদেৱৰ বংশধৰ সকলৰ স্বাৰ্থটো সোমাই আছিল কেৱল টাই-জাতীয় গণ্ডীৰ ভিতৰত। তাৰ পিছত, সিবিলাকৰ সামৰিক ক্ষমতাৰ প্ৰভাৱত কচাৰী-কোঁচ-কমতা, চুতীয়া, ভূঞা, নগা, মিৰি, গাৰো, জয়ন্তীয়া সকলোটি লাহে লাহে অসমৰ অন্তৰ্ভুক্ত হয়। তেতিয়াই ব্ৰহ্মপুত্ৰৰ দুয়ো পাৰে থকা খণ্ড-খণ্ড ৰাজ্যবোৰ লগ লাগি এখনি অখণ্ড দেশত পৰিণত হয়। সমভূমিত নথকা মানুহৰদ্বাৰাই দেশখন শাসিত হোৱা বাবে তেওঁবিলাকৰ নামেৰেই ইয়াৰো নাম হয় আ-সম বা অসম। তেতিয়াৰপৰাই আহুতীয়াকৈ থকা টাই-বৈশিষ্ট্য লুইতপৰীয়া সংস্কৃতিৰ লগত বিলীন হৈ পৰে। ক্ৰমাৎ বাঢ়ি অহা সমস্যাবোৰ শৃঙ্খলা লগাই এটা নিৰ্দ্ধাৰিত পংক্তিলৈ অনাৰ সময় পৰিলহি চুচেংফা বা প্ৰতাপসিংহ সৰ্গদেৱৰ আমোলত। সামৰিক শক্তিৰে দেশজয় কৰা উজু, কিন্তু পালি-পাচি তাক বৰ্ত্তিয়ুগীয়াকৈ ৰখোৱাটো আটাইতকৈ টান। এনে টান কাম পৰিপাটিকৈ সমাধা কৰিব লগীয়া হয় প্ৰতাপসিংহ ৰজাৰ বৰবৰুৱা মোমাই তামুলীয়ে।

**পোন-প্ৰথম মানুহ-গণনা। বৰা-শইকীয়া-হাজৰীকা আদি বিষয়াৰ সৃষ্টি:**—জয়ে-জয়ে তেওঁ মানুহ-পিয়লৰ কাম আৰম্ভ কৰিলে। লুইতৰ গুকান পাৰিতে (দিহিঙমুখ আৰু ডাঁড়ীমুখৰ মাজত) ৰাজ্যৰ সকলো প্ৰজা গোট খাবলৈ বৰবৰুৱাৰ আদেশ হল। সকলোটি গোট খালত, স্বৰ্গদেৱ স্বয়ং তাত উপস্থিত থাকি মানুহৰ লেখ ললে। একুৰি মানুহৰ ভিতৰত বাছি-বাছি জনা-বুজা তেওঁৰ একোজনক বৰা পাতিলে। এশ জন হলে, তাৰ ভিতৰৰ যিবৰ মানুহত চাৰিপোৱা মানুহ থাকে তাৰে এটিক শইকীয়া পাতিলে। হেজাৰ হলে, সেই হেজাৰৰ ভিতৰত যিজন

আটাইতকৈ চহকী, তেওঁক হাজৰীকীয়া পাতিলে। চাৰিপোৱা মানুহ গোটাই এটা এটা গোট পাইক কৰিলে।

**গড়-পুখুৰী আলি-দৌল আদিৰ নিৰ্ম্মাণ আৰু সংস্কাৰ:**— এইবোৰ, মানুহৰ হতুৱাই ব্ৰহ্মপুত্ৰৰ উত্তৰে-দক্ষিণে জোৰাই মাটিৰে ৰাজগড় আঁতোৱালে। "তাকে দক্ষিণ পাৰে লাহদৈ গড় আৰু কোটোহাগড় ও বোলে, মাজুলীত মেৰাগড় বোলে আৰু উত্তৰে চেৰাতলৰ গড় বোলে।" ১৫৫৬ শকত বাৰভূঞাক ভাঙি ভূঞা-ৰাজ্যৰ মাজেদি এটি গড় বন্ধালে। গড়টোৰ নাম দিলে ডফলা গড়। সেই গড় উজনিৰ দুৱা পৰ্ব্বতত লগোৱা হল। তাৰে ভাটী ডোৰবক গোহাঁই-কমলাৰ আলি বোলে। ১৫৪২ শকৰ আৰোণত শলাৰ গড় কৰিলে—উত্তৰে চণ্ডী দেওবৰপৰা কপালিকাটিত লগালেগৈ; দক্ষিণে লুইতৰপৰা পাকৰিগুৰি পৰ্ব্বতত লগালে।

**দুৰ্গাপূজাৰ প্ৰচলন:** - বিশ্বনাথত দৌল বান্ধিলে; নামদাঙৰ পাৰত কোঁচবেহাৰৰ আৰ্হিৰে দুৰ্গোৎসৱ পূজা পাতিলে। আহোম-কটকীৰ ঠাইত বামুণ-কটকী নিযুক্ত হল।

**শোৱালকুচীত তাঁতী স্থাপন:**—দক্ষিণ পাৰৰ আৰু অইন-অইন ঠাইৰ তাঁতী নি শোৱালকুচীত (শিয়ালকুচী) পাতিলে। বামদিয়াত তেলীয়াবিলাকৰ গাওঁ বহুৱালে।

দোপদৰ (দুপগড়), বৰহাট, নামচাং এইবোৰ ঠাইত হাট বহুৱাই তাত ২০ গুণৰ এগুণ টোপোলা কটা নিয়ম কৰি পোহাৰ পাতি মাহে ৪ কড়া দৰ কৰি লবলৈ নিৰ্ব্বন্ধ কৰিলে।

**মিৰি-ডফলা আৰবাদি জাতিৰ লগত সম্বন্ধ স্থাপন:**—"চাংমিৰি, ডফলা, আবৰ ইহঁতৰ নিমিত্তে মাছ খাবলৈ বিল, সিহঁত পৰ্ব্বতৰপৰা আহিলে

* হাটত বস্তু বেচিবলৈ অহা মানুহে টোপোলাত বান্ধি বস্তু বেচিছিল। সেই টোপোলাবে ২০ টাৰ ভিতৰত এটা ৰজাঘৰলৈ কাটল বুলি থব লাগিছিল।

থাকিবলৈ বহতীয়া মানুহ, মাছ মাৰি দিবলৈ বহতীয়া কৈৱৰ্ত্ত, কথা-বাৰ্ত্তা হবৰ নিমিত্তে কটকী আৰু চিচি নদীৰ ভাটীৰপৰা পচাৰ বাবে প্ৰতিপুৰা মাটিৰ এক হালিছা মাটিৰ খান বা দ্ৰব্য। তাকে তুলি-তালি দিবলৈ একো-একোজন গৰুমুৰীয়া বিষয় দি ৰাখিলে।"

**মিচিমি :**—"পূৰ্ব্বে পৰ্ত্তৰাসৰ লগত অহা বামুণ মিচিমি হোৱা বুলি কোৰাত টকানিং, মাৰু, কিনুজাও, ঠেনাই, মালঞ্চি, খোঁচ, মালো গাওঁ, আমু, টেকামাচু, তাৰ্তি, বঁচ, তাদ্যা এই ১২ খন মিচিমি পৰগুকুণ্ডত ৰখীয়া দি যাত্ৰীয়ে দিয়া বস্তুৰ বাহিৰে একো লবনোপোৱা শপত খুৱাই ৰাখিলে।"

**মেমেহটীয়া :** চুতীয়া ৰজাৰ প্ৰজাসকল মিচিমিত সোমাই মিচিমি হৈছিল। সিহঁতক আনি পচলামুখৰ উজনিয়ে পাত্তি, হাট পাতি মেমেহটীয়া নাম দি হাটৰ গৰাকী পাতি থলে।

মিজু, দিগাকৰ, তায়েং আৰু চুণকটাৰ গড়ত নচামিজ' গামনে ইত্যাদিত মিচিমিৰ কাৰবাৰ বাৰচিৰিঙ্গক দিলে। মিচিমিহঁত আহিলে কাৰবাৰ-বেহা কৰাই দিব আৰু খেলে-খেলে ৰজাঘৰলৈ মিচিমি কাঠী, গাজকলাই একোপদ দ্ৰব্য লব এই নিৰ্ব্বন্ধ কৰি দিলে।

**ৰবৰকৰা-দুৱাৰ :** তদনন্তৰ, খাৰঘৰীয়া দুৱাৰৰ নামডোখৰ অৰ্থাৎ চিচি নদীৰ পশ্চিম পাৰৰপৰা গাই নদীলৈ দবান আবৰ, মেৰা, টাইকেদীয়া হণি এই চাৰিখন চাং নামিব পায়। ইহঁতে সৰু কলাবৰীয়া, বিহীয়া কচাৰী গঞা, বৰ কলাবৰীয়া দিমৌশলিয়া (খেলীয়া), দিজুমুৰীয়া এই খনৰ পোহনি খায়। সেই গাই নদীৰপৰা সোৱণশিৰীলৈকে **ৰবৰকৰা** দুৱাৰ নাম দিলে। এই দুৱাৰ বগিনাই, মিকিনিৰি ইত্যাদি চাংমিকিৰৰ নামে।

**কাঠবকৰা-দুৱাৰ :**—সোৱণশিৰীৰপৰা গাই নদীলৈকে কাঠবকৰা-দুৱাৰ বোলে। সেই দুৱাৰে চাংমিৰি ডফলালোক নামিব পায়। "চিচি

নদীৰ পছিম পাৰৰপৰা প্ৰতি বছৰে পুৰাত এক হালিছা দৰে পচাৰ জনো দি সেই পচাকে তুলি দিবৰ জন্যে টাঙনি পাতি এক-এক গৰুমুৰীয়া পাতি দিলে।"

**পানীবটীয়া খিৰি :**—পানীয়ে অহা চাংমিৰিবিলাকক পানীবটীয়া বোলে। বাৰে অহাবোৰক খামৰটীয়া বোলে। সেই চাংমিৰি-ভকলা আহি থাকিবলৈ বহতীয়া, মাছ খাবলৈ বিল-বহতীয়া মাছোৱাই লগত কুৰিখলৈ চৌতাং, পৰ্ব্বতলৈ যাবলৈ কটকী, পাৰাপাৰ কৰিবলৈ আৰু নাৱেদি অনানিয়া কৰিবলৈ ঘাটেপতি চৰীয়া, গৰুমুৰীয়া টেকেলা এইবোৰ দিও বেপাৰ কৰিবলৈ উৰাহাট, ফুকনৰ হাট ইত্যাদি ২১৩ খন হাট পাতি দিলে।

১৫৫৬ শকত ৰাজআজ্ঞাৰতে কচাৰী আৰু এই দেশৰ মাজত সীমা কৰি মৰঙ্গীত ভাৰধৰা চেতিয়া খেলৰ মৰঙ্গীখোৱা পাতিলে।

**নগা-গড় :**—দক্ষিণে পৰ্ব্বতত নগাগড় বন্ধাই নগাৰ দুৱাৰ পৃথককৈ, পোহনি মাটি, কটকী-চৌতাং দিলে।

**মাকুম-নামচাং দুৱাৰ :**—মাকুম দুৱাৰ ; নামচাং-বৰদুৱাৰ ; ঢোপাবৰ; গেলেকী, দোপদৰ, চামগুৰি লাহিং, তৰাতলি, ধনশিৰী ; চামগুড়ি—এইবোৰত হাট পাতি দি দুৱাৰ অনুসৰি নগা নামিবলৈ নিয়ম কৰি দিলে।

**দেশ-পাতন আৰু ঘৰফলীয়া :**—দিহিঙ্গীয়া ৰজাসকলৰ দিনত হাটীমুৰীয়া খেলৰপৰা বৰগোহাঁই—বুঢ়াগোহাঁই-বিষয় দিয়া হৈছিল। প্ৰতাপসিংহ ৰজাই দিহিঙৰ অৱণ্য মুকলি কৰাই, তাত থকা নামনিফলীয়া আহোমৰ খেলৰপৰাই বৰগোহাঁই-বুঢ়াগোহাঁই পাতিলে। সেই অঞ্চলত বসতি কৰা মানুহৰ ২০ ঘৰৰপৰা এঘৰকৈ মানুহ বাছি আনি বছাদৈয়াং বুলি এখন নতুন পাম পতালে। সেই মানুহবোৰ ঠানখিত লগোৱাৰ ভাৰো পৰিল "ৰজাৰ মাকৰ ককায়েক" মোৱাই তামুলী বৰবৰুৱাৰ গাতে। যেহা লগাই পামখন পতা-বাবে ৰজাই মোৱাই-তামুলীকে বছাদৈয়াং চহৰখন দি দিলে। ইয়ালৈ অহা মানুহকে পাছত ঘৰফলীয়া বোলা হৈছিল।

ন্দুৰেৰীণ

"খৰি-তাৰীৰপৰাও ৰাজনীতি শিকিব লাগে" :—বছা-দৈয়াং চহৰ পাতোঁতে ৰৰৰুৱাৰ লগত এটা বুঢ়া লগুৱা গৈছিল। সি ঘৰলৈ যাওঁতে লগত পুতেকক লৈ গৈছিল। বুঢ়াই ৰৰৰুৱাৰ সকলো কথাকে ভাল বুলিলে, কিন্তু, এটা কথা হে পলাগিব নোৱাৰিলে। সেইবাবে বুঢ়াই দুখ কৰি কলে, বোলে, "ৰৰৰুৱা দেউতাই চহৰ পতা ভাল হৈছে। পিছে, বেজী এটা লাগে বুলিলে মানুহে সতকাই বিচাৰি নেপাব।" এই কথা ৰৰৰুৱাৰ কাণত পৰিলহি। অনতিপলমে, তেওঁ সকলো খেলৰে সকলো বৃত্তিৰে মানুহ আনি একে লগে পাতিবলৈ স্থিৰ কৰিলে। অভয়পুৰ, বছা, দৈয়াং, নবজী, বাছৰটা, ধেমাজি ইত্যাদি ঠাইত একোখন চহৰ পাতিলে। তাৰ পিছত, ৰৰৰুৱাই কাকতীবিলাকক একে ঠাইতে গোটাই চাৰিওক কাকতীপাৰ নাম দিলে। এইদৰে চমাৰ, কমাৰ, কৈৱৰ্ত্ত সকলোকে গোট খুৱাই একোখন গাওঁ পাতিলে।

নগাওঁ চহৰ :—কাজলীত থাকোতেই নগাওঁ (ন খন গাৱঁৰ সমষ্টি) চহৰে পাতিলে। সোন্দৰ গোহাঞিৰ লগত অহা ভাগিব কোচবেহাৰৰ মানুহখিনিক দিখৌ-নামদাঙৰ মাজত পাতিলে—তাকে ভগিয়াপাৰ বোলে। চুডাংফা কোৱঁৰত (বামুণীকোৱঁৰ) আশ্ৰয় লৈ থকা হাবুঙীয়া বামুণৰ ঘৰ যালি নি দিহিঙৰ পলগুৰিৰপৰা বগৰীগুৰিলৈকে (জয়পুৰলৈকে) ঠায়ে-ঠায়ে বহুৱালে। ভুঞাবিলাককো অভয়পুৰৰ ভুঞাখাট, চামগুৰি, পেজেৰাত (আমগুৰি) বহুৱালে।

"দেশৰ মানুহক বাছি উত্তম-মধ্যম প্ৰকৃত বুজি, পাইকান—চমুৱা—কাড়ী-বিলতীয়া এই চাৰি বিধ কৰিলে। প্ৰথমে কাকতী, কটকী, দলৈ, দেওধাই, মহন, বাইলুং, সভাপণ্ডিত ইত্যাদি ৯ বিধক চমুৱা কৰিলে। চমুৱাফুকন, পাইকবৰুৱা আৰু মেলদগীয়া ফুকন-বৰুৱা-ভাগৰ যিখিনি মানুহ তাক পাইকান চমুৱা কৰিলে। বৰুৱাকে আদি কৰি চ'ৰাৰ ফুকন ৰাজখোৱা,

এওঁবিলাকৰ অধীন মানুহখিনিক কাঁড়ি-পাইক কৰিলে। সেইখিনি মানুহৰ ভিতৰতে আপোন-আপোন ভাগত পৰেক, কুৰি প্ৰভেদ কৰিলে আৰু মূল, দেৱাল, তেৱাল এই তিনি বিধৰ তিনি পোৱাক এক গোট পাইক কৰি (প্ৰথমতে চাৰিপোৱা) প্ৰতি পোৱাই ৰজাঘৰত ৪ মাহকৈ খাটনিৰ নিৰ্ব্বন্ধ কৰিলে। যদি এপোৱা পাইকেই বছৰেক খাটে, সি দুপোৱাই খটা-পাইকটোৰ ঘৰৰ বন-বাৰী, খেতিপথাৰ কৰি দি তাৰ গৃহস্থী ৰক্ষা কৰিব পায়।

মাটিবিলোৱা-নিয়ম :—আৰু বাৰীবন্ধীয়া ৰূপিত মাটি, বাৰীঘৰৰ মাটি, যত হওক, তাক এৰি প্ৰতি পোৱা পাইকে, কাঁড়ি-পাইকান, চমুৱা সকলোকে ২ পুৰাকৈ; গোট পাইকে পতি ৬ পুৰা পথৰুৱা ৰূপিত মাটি দিলে। বিষয়াই যিমান লগুৱা-লিগচৌ পায় তাৰ গোটে প্ৰতি এপুৰা দৰেমান-মাটি, পুত্ৰৱতী বাঁৰীৰ লৰাতোলা দিবৰ নিয়ম কৰিলে। যি খেলৰ পাইকৰ যি বীৰ্য্যৰ লৰা সেই খেলত হে পাইক হব পায়। মতা লৰাবোৰ ১৬ বছৰ হলেই পাইক কৰি পাইক-মাটি দিব পায়।"

**বিলতীয়া** :—নকুৰি হেজাৰ কাঁড়ী-পাইকৰ কুকন, ৰাজখোৱা, হাজৰীকীয়া, শইকীয়া, বৰা-বাৰীকৰ নিমিত্তে লগুৱা লিকচৌ প্ৰভৃতি তিনি কুৰি হেজাৰ এৰি, ছকুৰি গোট পাইকৰ আধা ভাটীত, আধা উজনিত ৰজাৰ লগত সদাই থাকিব লাগিছিল। সিহঁতে তাতে মৈদামলৈ কঁড়িয়াই কাঁড়-ধনু অভ্যাস কৰিব লাগিছিল। ঘৰতো সেই মানুহেই বন বাৰি কৰিব লাগিছিল। ডাঙৰীয়াসকলৰ অধীনে যিখিনি মানুহ আছিল তাক বিলতীয়া নাম দিছিল।

**হাটীমুৰীয়া** :—ডাঙৰীয়াসকলৰ হুতুৱা মানুহবিলাকক কাঁড়ি-পাইকৰ নিচিনাকৈ হেজাৰ-হেজাৰকৈ নেপাতি, হেজাৰে পতি একোটা-একোটা হাটীমুৰ পাতিলে। সেইবিলাকৰ নাম দিলে,—

বেৰতী, বানচৌ, লেকাং, লেবাং, বনটুং, ৰেনী—মুঠতে ১৭টা। তাকে

আৰৌ এভাগ মানুহক চাওবক, চাবুকধৰা, বাকৰতী এনে কাম দি ঘৰ চ'ৰাত খাটিবলৈ ৰাখি, বাকী ভুভাগী মানুহবোৰেতে, তেলী, চমাৰ, কমাৰ, ধোবা, নাপিত, গায়েন, বায়েন ইত্যাদি এক এক বিলাতত যত মানুহ আছিল সকলোকে ডাঙৰীয়াসকলক দিলে। কিন্তু, যুদ্ধ-বিগ্ৰহ লাগিলে সেই মানুহবোৰ যুদ্ধ কৰিবলৈও যাব লাগিব বুলি নিয়ম কৰিলে।

**অৱস্থা ভালকৰাৰ ব্যৱস্থা :**– মুল এৰিও অকল দেৱাল-তেৱাল মানুহবেৰেই মোমাই তামুলীয়ে ঠায়ে-ঠায়ে প্ৰকাণ্ড-প্ৰকাণ্ড একোখন বাৰী পতালে। বাৰীখনৰ চাৰিউ মেৰে চাপ মৰাই তাৰ ওপৰত বাঁহ বোওৱালে। চাপৰ পাছ পিনে তামোল-পাণ, আম-কঠাল আদি নানান্ তৰহৰ শস্য বোৱালে। ইখন গাৱঁৰপৰা, সিখন গাৱঁলৈ আলি বন্ধোৱালে। প্ৰতিদিনে তিৰুতাইঁতক দিনত বাৰীৰ বনত লগাই বাৰীৰ ভিতৰত গোবৰ পেলোৱায় ; ৰাতি হলে, দহ ঘৰাকৈ মুগাৰ সূতা কটোৱায় ; ৰাতি পুৱালেই প্ৰতিজনী মাইকীয়ে এদোণ কৈ চাউল খুন্দি দেখুৱাব লাগে। যি-ঘৰে সূতা কাটিব নোৱাৰে আৰু চাউল দিব নোৱাৰে সেই ঘৰৰ তিৰুতাক ধৰি-বান্ধি কিলায় আৰু নাকে-কাণে শল্য মাৰে। এই ৰূপে উঁৰি কৰি ৰাজ্য চলোৱাত ৰাইজৰ কামত বৰ দুখ হৈছিল যদিও, কোনো বস্তুৰ অভাব নাছিল। শাস্তি দিবলৈ পঠোৱা টেকেলাই ভেটি খাই শাস্তি নকৰিলে, ৰৰবৰুৱাই সেই টেকেলাটোক যদি এগুণ দণ্ড কৰে, ভেটি-দিয়াটোক দহগুণে কৰে। এইৰূপে গুৰু দণ্ড কৰাত ৰাজ্যত দুৰ্নীতিয়ে শিপাবলৈ চল নেপাইছিল।

**ফাট :**—মোমাই তামুলীৰ নিৰ্দ্দেশত নবোৱা গড়বোৰৰ ঠায়ে-ঠায়ে একোটা কোঁঠ আছিল। কোঁঠবোৰত ৰণুৱা চিপাহী থাকিছিল। গড়ৰ কাষত থকা কোঁঠবোৰক ফাট বোলা হৈছিল।

**ডফলা গড় :**—উত্তৰ পাৰে ডফলা গড় বন্ধাওঁতে বজাদেৱে বুঢ়াগোহাঁই-

বৰগোহাঁই আৰু ফুকনবিলাকৰ কাৰো পৰামৰ্শ লোৱা নাছিল। গড় বান্ধোতে মূল মানুহৰ আদখিনি ডফলাই কাটিলে। এই কথা বজাই শুনি তিনিজনা গোহাঁইক সুধিলে—ডফলাই যে মানুহ কাটিছে, তাক ধৰিবৰ উপায় কৰিব নোৱাৰি নে? এইৰূপে তিনদিন সোধে। তথাপি কোনো এজন গোহাঞে বজাক একো উপায়-ভাৰসা নিদিলে। এদিন বজাদেৱক চাংমাই বৰুৱাই ভাতৰ শৰাই দিবলৈ যাওঁতে দেখে, দেখোন বজাই হুমুনিয়াহ কাঢ়িছে। "হুমিয়াহ" কাঢ়িবৰ দেখি চাংমাই বৰুৱাই মাত লগালে, বোলে, "স্বৰ্গদেৱেই সকলো—যাক যি কৰে সেয়ে হব। এতেকে স্বৰ্গদেৱে হুমুনিয়াহ কাঢ়িবৰ কি কাৰণ?"

"বজাদেৱে বোলে—দেখ, চাংমাই বৰুৱা, ডফলা গড় বান্ধিবলৈ আগে সিহঁতক নুসুধিলোঁ হয়। এতিয়া যে মোৰ মানুহ ডফলাই কাটিছে। তাতে সিহঁতক চপাই আজি, তিনি দিন ধৰি উপায়-বুদ্ধি সোধোঁ, তেও এটায়ো একো বল-বুদ্ধি নিদিয়ে আৰু যাওঁ-থাকোঁ কেৰেঁ নোবোলে।" পাছে, চাংমাই বৰুৱাই বোলে, "ভাত খক; এইটি কথালৈ নো কষ্ট কৰিব লাগিছে নে? ইয়াৰ উপায় আছে।"

**গড়বন্ধোৱাৰ নিয়ম:**—তেতিয়া বৰুৱাই মোমাই-তামুলীৰে যুগুতি হৈ বজাক জনালে:—গড়ৰপৰা ভিতৰ ফালে কিছুমান আঁতৰে-আঁতৰে কোঁঠ সাজিব। আৰু গড়ৰ বাজ ফালে দহ বেঁওমান আঁতৰত ৰণচোৱা মানুহে কাঁড়-ধনু লৈ যুদ্ধৰ সাজে সকলো জাঙ্গ পাতি যত্ন কৰি থব। এইৰূপে এছোৱা-এছোৱাকৈ দিনত গড় বান্ধিব। ৰাতি হলে, কোঁঠত সোমাই সষ্টম হৈ থাকিব। যদি গড় বান্ধোতে ডফলা আহিবৰ দেখে, তাৰে দুই-চাৰি হিলৈ মাৰিব। এতেকে ডফলা ভাগি যাব। এইৰূপেই ডফলা গড়টো বান্ধি পেলোৱা হল।

**গড়মাৰোতাৰ খোৱা-সময়:**—গড় বন্ধাওঁতে বজাই বাইজলৈ তকান

ভাত, তিতা শোকোতা, শুকান খেকেৰা, শুকান খৰিচা, বগৰি গুড়ি, ধোঁৱাপাত (ধপাত)-নলী-চিলিম, তেল-লৱণ, আনো সকলো বস্তু দি আছিল। ভূঞা ৰাজ্য আক্ৰমণ কৰিবলৈ যাওঁতেও বণুৱা মানুহক এইদৰেই যোগান দিয়া হৈছিল ॥

এই প্ৰকাৰেই মোমাই তামুলী বৰবৰুৱাই প্ৰতাপসিংহৰ উজনি ৰাজ্য খন সুন্দৰকৈ গঢ়ি পেলালে।

**বিদেশীৰ সমাগমলৈ তীক্ষ্ণ দৃষ্টি :**—এনেতে আমাৰ দেশত বঙ্গাল সোমালহি। ১৫৩৬ শকত "বৈশাখ গত জ্যৈষ্ঠ প্ৰৱেশ সংক্ৰান্তিৰ দিনা, বৈসানি তুৰ্ব্বকক আহোমে মাৰিলে তাৰ পৰা যে কালে আনি যুদ্ধ লগালে।" কামৰূপ অঞ্চল ১৫১৪ শকতে যৱনৰ হাতলৈ গল। কোঁচ ৰজা পৰীক্ষিতৰ মৃত্যুৰ পিছত দিল্লীৰ নৱাবে মকৰম খাঁক কামৰূপৰ অধিকাৰী কৈ পঠালে। খানাদাৰ মকৰম খাঁ পন্থ মাৰিবলৈ যাওঁতে লুইতত বুৰি মৰিল। তাৰ পাছত, চৈয়দ বাবাকৰে বৰবালা (হাজো) নামে ঠাইত ১৫৩৭ শকত থানা পাতিলেহি। তাতে, চৈযদ বাবাকৰে সোন্দৰ গোহাঁইৰ ভায়েক আখেক আৰু কেঁৰা গোহাঁইক অসম ৰাজ্যৰ সীমাৰ কথা সুধিলে। তেতিয়া আমাৰ চকী লুইতৰ দক্ষিণে খাগৰিজান, উত্তৰে ভৰলী নৈ আছিল, তাকে তেওঁবিলাকে সীমা বুলি কলে। সেই সীমাকে ছেৰাই বাবাকৰে ৰতন ছা মুদৈক শিঙৰীত সেহা-বেপাৰ কৰি আমাৰ ভু-ভা লবলৈ পঠাওক। স্বৰ্গ মহাৰজাই শুনি বোলে, "মোগলে আৱাস কৰি কোঁচৰ ৰাজ্যখন ভাঙিলে, আমাৰো ৰাজ্যখন মাৰিবলৈ চন্দ-বন্দ হে কৰে। সিইঁতক পালে নেৰিবি।" পিছে, আমাৰ মানুহ গৈ দেখেগৈ যে বঙালে বেগশিৰীৰ ভিতৰত পেটেলা নাও দুখনেৰে মাহ-সৰিয়হ-ধপাত কিনিছে। ততালিকে গৈ বঙালৰ নাও দুখন মাৰিলে; বঙাল ছুটাক কাটিলে; ৰতন ছা মুদৈ পলাই সাৰিল। নাৱত থকা তাবুকি, তুৰাহী, ধোৱাঁপাত সকলো লুটি আনি ৰজাক দেখুৱালেহি। সেইবোৰকে চাই ৰজাই গম্ভীৰ ভাৱে মাত লগালে।

"মোৰ মাজগাৰঁতে যে বঙালে বেহা-বেপাৰ কৰিলেহি, আৰু কি থাকিল কথা?"

**মোগলৰ লগত যুদ্ধ কিয় লাগিল:**–সেই সময়ত শিঙৰীৰ ভাটীকালে বঙাল ব্যাপি আছিল। আমাৰ মানুহো উজনিপোনে ঠাহ খাই আছিল। কলিয়াবৰত দহ হেজাৰ অসমীয়া ঠাটকটক জমা হৈ আছিল।

বঙাল ভিতৰ সোমোৱা বাতৰি পায়েই কাঁড়ী-বাৰুৱতী লৈ ডা-ডাঙৰীয়া-সকল ৰণ ধৰিবলৈ ওলাল। তেওঁবিলাক গৈ কাজলী, ৰৰ নদী আৰু হাতীমুৰত কোঁঠ মাৰিলে গৈ। জয়ে-জয়ে আমাৰ সেনা হুঁহকি আহিব লগীয়া হৈছিল। পাছৰ কোবত মোগলৰ সকলো সৈন্য বন্দী হল। চৈয়দ বাবাকৰ কটা গল। সেই যুদ্ধত বঙালৰ গন্ধৰ্ব্বৰায় ৰজা, হাৰা ৰজা, নৰসিংহ ৰায়, ভগৱান বক্‌ছী—এই কেইজনক হেঙুলীয়া ডাকু লগাই সৰ্গমহাৰজালৈ খবৰ দিলে বোলে, "আমি বঙালক বেড়ি বাখি থৈছোঁ; কি কৰিম?" পাছে সৰ্গদেৱে শুনি "কেনুৱা বঙাল, চাওঁগৈচোন বাৰু"—এই বুলি বঙাল চাবলৈ গল। সৰ্গদেৱ নৌ পাওঁতেই ডাঙৰীয়াসকলে বঙাল-বোৰক কাটি পেলালে। ৰজাই বঙাল চাবলৈ নেপাই, হাঁ-হুমুনিয়াহ কাঢ়ি ডাঙৰীয়া তিনি জনকে কাটি বঙাল কটাৰ হেঁপাহ পুৰালে।

যুদ্ধই শাম কাটিছিল। আকৌ গা-দাঙি উঠিল। এই বেলি কাজলীত লাগিল। ১৫৩৯ শকত দিখৌৰ যাত্ৰাঘাটত (ৰৰঘাটত) সকলোটি গোট খাই বঙাল যুজিবলৈ ওলাল। সেই যুদ্ধত আমাৰ ফালৰ ২000 মানুহ মৰিল। কিছুদিনৰ নিমিত্তে বঙালৰ লগত আমাৰ যুদ্ধ স্থগিত থাকিল। পাৎছাৰ সেনাপতি মিৰ্জ্জা নাথুল্লা হাজোত থাকিবলৈ ললে।

তাৰ পিছত, ভালেমান বছৰ পাৰ হৈ গল। আকৌ অসম মোগলৰ যুদ্ধৰ সূত্ৰপাত হল। দুই ঘৰৰে কন্দল লগাৰ এই তিনিটাই খাই বীজ:—

(১) ঢাকাৰপৰা হৰিকেশ নামেৰে মুদৈ এটাই ৫00৲ টকা ধৰ্প লৈ

দবঙলৈ পলাই আছে। তাক ধৰি দিবলৈ ঢাকাৰ নবাব ইশ্লাম খাঁই সৰ্গদেৱলৈ অনুৰোধ জনালত সৰ্গদেৱে উত্তৰত কোৱালে বোলে, "আমাক বামো গোবিন্দক ধৰি নিলি, তাক নো কিয় এৰি নিদিলি ? তাতে আকৌ হৰিকেশ এতিয়া আমাৰ শৰণীয়া, কিয় এৰি দিম ?"

(২) বঙালৰ হেঙ্গাল কুকুৰ এটাই পহু খেদি আনি আমাৰ পানীত পেলাইছিলহি। আমাৰ চকীয়ালক বঙালে হয় হে অনেক প্ৰকাৰে খুজিলে-মেলিলে, তথাপি চকীয়ালে নিদিলে। পাছে, বঙালেও অসুৰৰ আলিৰ-পৰা আমাৰ খৰিভাৰী মানুহ ৩টা ধৰি নি তাৰে এটাক মাৰিলে। ২টাক কুকুৰৰ হতুৱাই খুৱাই মৰালে।

(৩) চেকেৰীৰে নগ লাগি অসমৰাজ্যৰ মানুহে বঙালৰ মানুহ কাটেগৈ। মোগলে বজালৈ সেই কথা জনোৱাত বজাই কলে, "চেকেৰীয়ে কেনেকৈ বঙালৰ লোক কাটে, নাজানো।"

হৰিকেশক ধৰি নিবলৈ মোগল খেদি আহিল। এই বাৰ্ত্তা শুনি সৰ্গদেৱে চৈধ্য হেজাৰ কাঁড়ী বাৰুৱতী বণ কৰিবলৈ পঠিয়াই দিলে। লগত বৰুৱা-ফুকনবিলাকো গল। হাজো, সোৱা, শৰাইঘাট, অশ্বক্ৰান্ত, পাণ্ডুশৰাই আৰু অৰ্বাজুৰীত হুইকি-পিছলি যুদ্ধ কৰি অসমে মোগলক কচু-কটা দিলে।

আমাৰ সেনাই পাণ্ডু-শৰাইত কোঁঠ দি থাকোঁতেই, মোগলৰ মিত্ৰ সত্ৰাজিত আহি মাজুলী পাইছিলহি। ইপিনে, "আচাম বঙালে এমাহ কাল খেলন-ভুলন কৰি আছিল।" এই কথা সৰ্গদেৱে শুনি ফুকন-বাজ-খোৱাক খংকৈ, মোমাই তামুলী বৰবৰুৱাক সকলোৰে নেওগ (অধিকাৰ) পাতি পঠিয়ালে। বৰবৰুৱা গৈ বৰ ফুকনইতক দায় ধৰিলেগৈ বোলে, "বঙালক নধৰি কিয় উমলি আছ ?" এই কথা শুনি আটাইবোৰে তেজ উতলি আহিল—বঙাল সেনাৰ ওপৰত অসমীয়া সেনা জঁপিয়াই পৰিলগৈ। মাজুলী বালিত বিস্তৰ বঙাল মৰিল।

হাজোত বিধন যুদ্ধ হল, অন্তে ৰঙালৰ বিষৰ পৰাজয় হল। আবদুল ইশ্লাম নৱাব সমন্বিতে মুহদি নৱাব ৰৰফুকনৰ শৰণাপন্ন হল। ৰৰফুকনে মোগল-বিষয়া বহুতক বন্দী কৰি গড়গাৱঁলৈ পঠিয়াই দিলে। বন্দী হাৱা বিষয়াবিলাকে আপোনাআপুনি ৰৰিছিলহি। তাৰ ভিতৰৰে মীৰ নামৰ এজন কিন্তু ফালৰি কাটি আছিল। "পাৎছাৰ লোণ—চাউল খাই কেনে হাৰাম কৰিম" বুলি তেওঁ ৰৰফুকনৰ শৰণ নললে।

পিছে, শৰণীয়া মোগল-বিষয়া কেইজনাই ৰৰফুকন আৰু ৰৰবৰুৱাৰ বিৰুদ্ধে ৰজাত গোচৰ দিলেহি বোলে, "পাৎছাই সৰ্গদেৱলৈ পেৰা এটাত ভৰাই কিবা বস্তু দিছিল। সৰ্গদেৱে পালেনে নেপালে একো ভু পোৱা নগল। আৰু গুৱালকুচীয়া তাঁতী ৬০ ঘৰে পাৎছালৈ কাপোৰ বৈছিল তাকো ফুকন ৰৰবৰুৱাই আত্মসাৎ কৰিলে।"

**টুটকীয়াই সকলো অনিষ্টৰ মূল** :—"তেওঁবিলাকে যে এনেকৈ লোকৰ বস্তু লয়—সৰ্গদেৱৰ ৰাজ্যত নো কি বস্তুৰে নাটিছিলে ?" এইবোৰ টুটকীয়া কথাকে বিশ্বাস কৰি সৰ্গদেৱে লাম্মাখৰু ৰৰফুকনক মাৰিলে আৰু মোমাই-তামুলীক বন্দীকৈ থলে।

**অবিশ্বাসীক বিশ্বাস কৰা ভুল** :—মোগলৰ নগনীয়া কথাত প্ৰত্যয় গৈ ৰজাই লাগি ফুকনক কটালে, মোমাই তামুলীকো বন্দী কৰিলে। কিন্তু মোগলে যুঁজ নেৰিলে। মধুপুৰ, চুনৰি, বেকী, পোৰা, আথলি আৰু পুঠীয়া কোঁঠত যুদ্ধ চলি থাকিবলৈ ধৰিলে। মোগলৰ সেনাপতি মিৰ্জ্জা ভাহিনা আৰু আলিয়াৰ খাঁ আহিল। আমাৰো সৰু চকুৱা বৰ গোহাঞি, ফুল বৰুৱা গল। দুয়ো পক্ষৰ ভিতৰত তয়ানয়া যুদ্ধ হল। আমাৰ সৈন্যই সেপকে গিলিব নোৱাৰা হল। কাঁড়-গুলিও টুকাল। বাৰপইতা, পাণ্ডু-শৰাই, কাজলীত ঠাৰৰিৰ নোৱাৰি অসমীয়া সেনা হুঁহঁকি আহি কলিয়াবৰ পালেহি। পাণ্ডু-শৰাইত আমাৰ একাঁঠি

কাঁড় মাৰোতাও নহল। আৰু যত নাও পাওঁত আছিল সকলোটি বঙালে নিলে। যুদ্ধৰ এনে শোচনীয় পৰিণাম স্বৰ্গদেৱক জনালত, স্বৰ্গদেৱে পঁড়িয়াল মানুহ বিচাৰি মোমাই তামুলী বৰবৰুৱাক হে পালেগৈ। তৎক্ষণাৎ তেওঁক বন্দী শালৰপৰা মুক্ত কৰি কামৰূপৰ দক্ষিণে ফুকন পাতি পঠিয়ালে। আঠ দিন তেওঁ যোগলৰ লগত যুঁজিলেগৈ।

**যুঁজাৰু মোমাই তামুলী**:—দিনে শ-পঞ্চাছ বঙাল পৰিল। এদিন বঙালক চিলাই পাপ মৰাদি মাৰি, একে উশাহতে ধৰোঁ। বুলি মোমাই তামুলীৰ নাওখন আগ কৰি দি সকলোটি পানীলৈ খেদি গল। বঙাল কিন্তু এনে সজা-সৰকা যে আমাৰ নাও আগ বাঢ়ি যোৱা দেখিয়েই যুলি এটাত সোমাই থাকিল। পাছ ফালৰপৰা বঙালে বৰবৰুৱাৰ নাও আগ-ভোটি ধৰিলেগৈ। বৰবৰুৱাই ডেও দি পলশুৱা বোকাত জাঁপ মাৰি পৰিল। বোকাৰে লুতুৰি-পুতুৰি হোৱা বৰবৰুৱাক বঙালে কোনোবা মানুহ বুলি সুধিলে, বৰুৱা-ফুকনবোৰ কেনি গল? বৰবৰুৱাই তাও ধৰি মাত লগালে, "সেই পোনেই গল। সেই কথামতে শত্রু সেনাই বৰুৱা-ফুকনৰ পাছ ধৰি খেদা দি যাওঁতেই বৰবৰুৱা বোকাৰপৰা ওলাই উজাই গৈ নাৱত উঠিলগৈ। দুৰৱস্থাত পৰি আমাৰ সৈন্য-সামন্ত বিভঙ্গে পলাল। সকলোটি চলিয়াই-কলিয়াই আহি কলিয়াবৰ পালেহি। শত্রুৰে আস পোৱা বাতৰি পাই ৰজা খঙত যমদগ্নি হৈ পৰিল। ফুকন-বৰুৱা-গোহাঁই সকলোলৈকে কৈ পঠালে বোলে তেওঁবিলাক চামধৰালৈ আহক।

চামধৰাত তেতিয়া বঙালক আক্রমণ কৰিবলৈ ঠেকৰেই নাছিল। গড়-কোঁঠ-নিনি আনাইবোৰৰে অভাব। অথচ, সিপিনে মির্জ্জা জাহিনা ক্রমান্বয়ে উজাই আহি ৰৰকবৈয়নিৰপৰা মৰি ভৰলীৰ মুখ পালেহি। এনে আতাউৰাই সময়ত কি কৰা উচিত সকলোটি ভাবি নিৰুপায়। অৱশেষত বৰবৰুৱা মোমাই তামুলীৰে যুগুতি হৈ সকলোৱে ঠিক কৰিলে যে বঙালক

সম্প্ৰতি চক্ৰান্তৰ ছিটিকাত পেলাব লগীয়া হল। শত্ৰুৰ আক্ৰমণ পলম কৰিব পাৰিলেই চামধৰাত যুদ্ধৰ সকলো আয়োজন—কোঁঠ-টানি, চকোৱা-পাঁজৰি সম্পূৰ্ণ কৰিব পৰা হব। এই বুলি, বৰবৰুৱাই অভয়পুৰীয়া ৰাজৱতীৰ সনাতনক কটকী কৰি মিৰ্জ্জা জাহিনাৰ ওচৰলৈ পঠিয়ালে; আৰু এই দৰে কবলৈ শিকালে—"ভাই নবাবক কবিগৈ বুলি, আপুনি তো নিচেই নিমিত্তে যুঁজিবলৈ আহিছে? হাতী লাগে যদি ধৰি দিম; আগৰ কাঠ লাগে যদি আনি দিম, অকল সিমানেই নহয়, অইন বস্তু ও যিহকে লাগে তাকো আনি দিবলৈ সাজু আছোঁ। মিছাকৈয়ে যুঁজ কৰি মৰিব লাগিছে কিয়?"

কটকী-যোৱা আৰু দূৰি-অহা-খুইন ছেগতে আমাৰ মানুহে ৰাতিয়ে-দিনে চামধৰাত গড় বান্ধিবলৈ ধৰিলে। এনেতে কটকী দূৰি আহি সেইখিনি বস্তু নবাবক লাগে বুলি ক'লে। তেতিয়া আকৌ আমাৰ বৰবৰুৱাই কূটনীতি-পূৰ্ণ বতৰা পঠালে বোলে, "আমাক দিন দিয়ক। এই কথা স্বৰ্গমহাৰজাৰ তাত জনাব লাগিব। মহাৰজাৰ সেইখিনি পাবলৈকে লাগিব ছমাহ। গতিকে, নাই-নাই বুলিও নবাবে ছমাহ মানলৈ বাট চাওক।"

তাৰ উত্তৰত নবাবে তিনি পক্ষ অৰ্থাৎ ডেৰমাহলৈ সময় দিলে। এই বাতৰি লৈ অহা কটকীজনৰ লগত নাওবৈছা মানুহ এটি নবাবৰ তাত থাকি আহিছিল। তাক নি নবাবৰ আগত ভেটালত নবাবে সুধিলে, "স্বৰ্গমহাৰজাৰ কাৰেঙলৈ ছমাহৰ বাট হয়নে নহয়?" নাওবৈছাই কলে, "কটকীয়ে কোৱা কথা তেনেই মিছা। গৰগাঁৱলৈ ক'ৰ ছমাহৰ বাট? আপোনাক ভুৱা দি সিহঁতে চামধৰাত গড় হে বান্ধিছে।"

**স্বৰ্গদেৱৰ "গৰ্বিত বচন"** :—ইতিমধ্যে, চামধৰাৰ গড় তৈয়াৰ হৈ উঠিল। আকৌ আমাৰ কটকীক পাচিলে নবাবৰ তালৈ আৰু ক'ব দিলে এই বুলি—"আমি স্বৰ্গদেৱক জনালোঁ। স্বৰ্গদেৱে বোলে বনৰ হাতী ছাবি

লাদকো নিদিয়ে ; আগৰ কাঠ ছাৰি জগাকাঠকো নিদিয়ে ; মৰিছ ছাৰি ছেইকো নিদিয়ে ; সোণা ছাৰি লুইতৰ বালিকো নিদিয়ে। ভাল, যুদ্ধ কৰিবলৈ আহিছে, যুদ্ধ কৰক।"

কটকীৰ মুখে এনে অসহনীয় আৰু অপমানসূচক বাৰ্ত্তা শুনি নৰাৰৰ খং মুৰৰ চুলি-আগ পালেগৈ। তৎক্ষণাৎ নৰাবে চকু পকাই সুধিলে, "জান যে লোগাইক মনে আছ, এবে হাৰামজাদা, আগে তই কিয় ঝুঠ বাট কহিলি ?" এই বুলি তোম বান্ধি দুই কটকীক পানীত পেলাই দিবলৈ কলে। কটকীইঁতৰ লগত দুতোলা সোণ আছিল। তাকে বঙালক দি বোলে, "আমাৰ চকীৰ পোনে চকীয়ালত কথাখিনি কৈ পানীত পেলাবি, বান্ধো ঢিলাই দিবি।" পাছে, সোণ পাই বান্ধ ঢিলাকৈ দি আমাৰ চকীৰ পোনে পেলাব খোজোঁতেই আমাৰ কটকীয়ে চকীয়ালক বিং মাৰি মাত লগালে বোলে, "স্বৰ্গদেৱৰ শৰণ। আমাক বঙালে বান্ধি পানীত পেলায়। খেদি আহি ধৰি নেহি।" পানীত পেলোৱা মাত্ৰকে চকীয়ালে তুলি আনিলে।

চামধৰাত যুদ্ধ কৰিবলৈ সকলো সাষ্টম হল। যুদ্ধৰ আহিলা-পাতি তাকৰ আছিল। সৰ্গদেৱলৈ জনালত সৰ্গদেৱে সকলো আহিলা-পাতি পঠিয়াই দি যুদ্ধ নেৰিব বুলি দহগুণে উৎসাহ বঢ়াই পঠিয়ালে। চামধৰাৰ দক্ষিণে থাকিল মোমাইতামুলী বৰবৰুৱা প্ৰধান চৰ্দ্দাৰ বা ফুকন। পুবে থাকিল তিনিজন গোহাঞি আৰু পানীত থাকিল পিকচাই চেতীয়া-ফুকন। বঙালেও চামধৰা গড়ত ধৰিলেহি। বৰগোহাঞিৰ গড়তে জয়-জয়তে যুদ্ধ লাগিল। বঙালে নাৱেৰে চাপি ধৰিলেহি। সাঁজ লগাব এধাঁৰ মান বেলিৰ আগৰেপৰা ডাঙৰ যুদ্ধ লাগিল, গধুলি হে এৰাইছে। বঙালৰ ঘোৰা—মানুহৰ শৰবে গড়খাৱৈ উপচি গল। পানী যুঁজো হৈছিল। চামধৰাৰপৰা বঙাল উজাই দুইমুনি-শিলা পালেহি।

বঙাল উজোৱা দেখি, উত্তৰপৰীয়া ফুকন পিকচায়ে আক্ষেপকৈ ক'লে

বোলে, "ৰবৰকৰা, আমি ৰণত হাৰিলোঁ।" ৰবৰকৰাই প্ৰবোধ দি কলে, কেলেই হাৰিম হে, পানীফুকন নাই জানো?" পিকচায়ে সোহাৰি কলে, "হাৰিবলৈ কি আছে? দেখা নাই নে বঙাল উঠিলগৈয়ে।"

পাছে, মোমাইতামুলীয়ে নিজে ৰণ ধৰিলেগৈ। বঙালক কাটি মাৰি ভগাই দিলে। লুইতে তেজ বৈ গল। বঙালে নাৱে নোৱাৰি গধুলি ভৰলী পাৰ হৈ ৰল। শক ১৫৬০। কৰ্ত্তবালৈ পিঠি দিয়া বাবে মহাৰজাই পানী-ফুকনক কৰতেৰে চিৰিব দিলে। আকৌ বঙাল উত্তৰ কূলত চাৰিদণ্ড বেলাৰ বাট জুৰি গড়ত ধৰিলে। আনাৰো গোহাঞি-বৰুৱা সমস্তে প্ৰাণ-টাঁকি যুদ্ধ কৰিলে। বঙাল যদি এফেদ পৰে, আন এফেদে আকৌ উঠি ধৰে। এই মতে বাৰম্বাৰ যুজি যুঁজি বঙাল চলকুচিয়াই পৰিলগৈ। চৈয়দ কাণ্ডি নামেৰে চিপাহী এটাই মৃত্যুক নগণি গড়ত উঠিছিলহি। তাকো তৎকালে মাৰিলে। পাছে, দিকৰাই নদী আৰু গড়খাৱৈ বঙালৰ শৱৰে উপচি গল।

সেই সময়ত আহিলা পাতিও কিছু চুকাল। বঙালৰ গাৰৈ গোবৰ পানী উপজাই লাহৰীৰে মাৰিছিল। দীঘল জোৰ লগাই ডাঁৰিত জুই দি, হিলৈৰে কোবাই বঙাল খেদিছিল। তিন দিনৰ যুদ্ধত মিৰ্জ্জা জাহিনা, আলিয়াৰ খাঁ, মহম্মদ জোমা, নাচিম খাঁ ইচ্ছপিওৰ, মিৰচাঁদ, প্ৰাণ-নাৰায়ণ, ৰামচন্দ্ৰ কাৰ্যি, উত্তম—এওঁবিলাক সকলো ভাগি গল। গুৱাহাটীত আলিয়াৰ খাঁক থৈ, মিৰ্জ্জা জাহিনাই কৈ গল—"আচামক একো প্ৰকাৰে যে নোৱাৰোঁ।। আহিলাপাতিও চুকাল। মই পাৎছাৰ তালৈ যাওঁ। গুৱাহাটীত যেনেকৈ থাকিব লাগে, লগৰ মানুহেৰে তেনেকৈ থাকিবি।" ১৫৬০ শকতে মিৰ্জ্জা জাহিনাৰ লগত মোমাইতামুলী ৰবৰকৰাৰ যুদ্ধ শেষ।

জাহিনাৰ আজ্ঞা অনুসৰি আলিয়াৰ খাঁই গুৱাহাটীত থানা কৰিলে। আমাৰ চকীও কাজলীত হল। তাৰপৰাই বঙালৰ চকীয়ালৰ লগত আমাৰ চকীয়ালে ভিতৰি-ভিতৰি বেচা-কিনা কৰি আছিল।

**মোগলৰ লগত সন্ধি :—**গুৱাহাটী এৰি, মিৰ্জ্জা জাহিনা ভটীয়াই যোৱাৰ পিছত মহাৰাজ প্ৰতাপসিংহৰ ৰাজত্ব-কালত অসম-বঙ্গালৰ বাৰ বছৰ যুদ্ধ লাগে। এই বাৰ বছৰে আমাৰ যুদ্ধৰ সমল পৰাণি পৰি আহিছিল। ভঁড়ালতো খোৱা বস্তুৰ নাটনি হৈ পৰিছিল। কাঁড়ী-বাৰুৱতী মানুহবোৰো ৰণ কৰি-কৰি ভাগৰি পৰিছিল। সেই কাৰণে, ৰজাই সাম্প্ৰতিকলৈ যুদ্ধ স্থগিত ৰাখি বৰবৰুৱা-বৰফুকনে বঙ্গালৰ লগত সন্ধি কৰক বুলি তেওঁবিলাকলৈ ইঙ্গিত দিলে। সেই ইঙ্গিত অনুসৰি সন্ধিৰ প্ৰস্তাৱ লৈ আমাৰ কটকী অভয়পুৰীয়াৰ সনাতন আৰু চন্দাৰ কাণ্ আলিয়াৰ খাঁৰ তালৈ গল। আমাৰ বৰবৰুৱা-বৰফুকনৰ প্ৰস্তাৱ আছিল—উত্তৰে বৰনদী দক্ষিণে অসুৰৰ আলি, ইয়েই সম্প্ৰতি অসম আৰু বঙ্গালৰ সীমা হওক। আলিয়াৰ খাঁই সেই প্ৰস্তাৱত মান্তি হৈ আমাৰ কটকীৰ লগতে জাবখণ্ড, গুৱাকাদাস, আৰু চেকমেদা—এই তিনিজন কটকীক অসমৰ কাৰেঙলৈ পঠিয়ালে।

**মোগল কটকীৰ মুখত মোমাই-তামুলীৰ প্ৰতাপ বৰ্ণন :—**আগলৈ যুদ্ধৰ নিমিত্তে প্ৰস্তুত হবলৈ সন্ধিৰ প্ৰস্তাৱ আগ বঢ়াই আমাৰ সৰ্গদেৱ বৰবৰুৱা প্ৰভৃতিয়ে যেনেকৈ চল চাপিছিল আলিয়াৰ খাঁইও তেনেকৈ চেকমেদাকে আদি কৰি তিনিজন কটকী পঠিয়াই অসমৰ আভ্যন্তৰীণ অৱস্থা বুজিবলৈ ফন্দ পাতিছিল। কিন্তু আলিয়াৰ খাঁই কটকীমুখে 'ভয়ান' শুনি ভবিষ্যৎ অসম আক্ৰমণ কৰাৰ কথা সঁচাতে মহ খুৱাৰ লগীয়া হল। গড়গাবঁৰপৰা উলটি গৈ চেকমেদা কটকীয়ে আলিয়াৰ খাঁক জনালেগৈ বোলে, সৰ্গদেৱ ৰজা নহয়, সাক্ষাৎ মহাদেৱ। মোমাইতামুলী বৰবৰুৱা নহয়, সাক্ষাৎ নন্দীশ্বৰ। যি খানত তেওঁবিলাক থাকে, সেই খান কৈলাস। এই দুজন থাকে মানে সেই দেশ লবলৈ কোনে সাহ কৰিব পাৰে ?

**বৰবৰুৱা "নামজাদী ৰজা" :—**কছাৰী ৰাজ্যৰ গতি-বিধি লক্ষ্য কৰিবলৈ আৰু সেই দেশৰ লগত ৰাজনৈতিক সম্বন্ধ চিৰস্থায়ী কৰিবলৈ

## ৰৰবৰুৱা মোমাই-তামুলী

মোমাইতামুলী আছিল বৰবৰুৱা হৈ কলিয়াবৰত। কছাৰী ৰজাই তেওঁলৈ ৰাজোচিত শ্ৰী লগাই "নামনি-ৰজা" বুলি সম্বোধন কৰি এখন পত্ৰ দিছিল। সেই চিঠি আনিছিল দুজন কটকীয়ে। দুয়ো কটকীক আনি, তুলি, পত্ৰ শুনি মোমাইতামুলীয়ে স্বৰ্গদেৱলৈ জনাই পঠালে বোলে, "কছাৰী ৰজাই মোক ৰবৰুৱা নুবুলি" "নামজানী ৰজা" বুলি কিয় পত্ৰত লিখিব। তা[illegible] সন্নিধানত স্বৰ্গদেৱে বুলিলে, "মোৰ ৰবৰুৱাক যে পত্ৰত "ৰজানাম" বুলি লিখিছে, তাৰপৰা মোৰ হে যশস্যা বাঢ়িছে, ইয়াত এৰা কথা নাই।" সেই দিনৰপৰা হে অৰ্থাৎ মোমাই তামুলী বৰবৰুৱা হোৱাৰপৰা হে বৰফুকনৰ নাম "নামজানী ৰজা" হল।

কাণু আৰু সনাতন কটকীয়ে বঙালৰ কটকী চেকমেদাহঁতক আনি স্বৰ্গদেৱৰ ওচৰত ভেটাইছিলহি। চেক্‌মেদাক ধাৰাণে তুলি ৰবৰুৱাৰ চৌলত থাকিবলৈ দিয়া হল। তাৰ পিছত, ৰজাই সনাতন—কাণুক কিবা কথা কব লগীয়া আছেনে বুলি সুধিলে। সিহঁতে বোলে, "স্বৰ্গদেৱ, দুই আখাৰমান কথা আছে। দেৱতাই যদি পুনৰ্ব্বাৰ নোসোধে আমি বন্দীহঁতে কব খোজোঁ।" স্বৰ্গদেৱে বোলে, "নোসোধোঁ।"

**কাৰেঙত ৰবৰুৱাৰ প্ৰভাৱ** :—কটকীহঁত নিদেশলৈ গৈ-গৈ বৰ দুখ পাই আছিল।' তাকে সিহঁতে স্বৰ্গদেৱক জনালে। স্বৰ্গদেৱে ওজৰ নুশুনি আকৌ সিহঁতক বঙাললৈ পাচিলে। সিহঁতেও ৰবৰুৱাক খাটনি-লোটনি কৰি আহিল বোলে, "দেউতাই আমাক ৰাখক।" কটকী-হঁতৰ দুখ পতিয়াই ৰবৰুৱাইও এবাৰ কোৱাত স্বৰ্গদেৱে বোলে, 'কটকীহঁতে যি কৈছে তাৰ কথা-বাৰ্ত্তা আসে—যুগুতি জেঠৈৰীয়ে (মোমাইতামুলীয়ে) মোলৈ কৈ থাকে। পাছে ৰবৰুৱাযে স্বৰ্গদেৱলৈ প্ৰাৰ্থনা কৰি ব্ৰাহ্মণৰ অৰ্থে জনাই আছিল। স্বৰ্গদেৱে 'যা' বুলি কৈ মাত লগালে, বোলে, কাটিলোঁহেতেন, যাতো জেঠৈৰীয়ে নাতি আহিছে।

মহাৰাজ প্ৰতাপসিংহৰ স্বভাৱটো একাচেকা আছিল—কেতিয়াবা অলপ কথাতে বৰ খং উঠিছিল আৰু লঘু অপৰাধতে গুৰু দণ্ড দিছিল। মোমাই-তামুলীয়ে হে ভালেমান কথাত ৰাজকাৰ্য্যৰ গতি নিয়ন্ত্ৰণ কৰিছিল। এনে নিয়ন্ত্ৰণৰ ফলত অসমীয়া জাতিয়ে সেই কালত তো ব্যক্তিগত দায়িত্ব হৃদয়ঙ্গম কৰিছিলেই, আজিও তাৰ নিদৰ্শন বুৰঞ্জীপাতত নতুন পঞ্জিকাৰ দৰে নতুন হৈ পৰি আছে।

**প্ৰজাই ৰজাৰ শক্তি। "একোটা মানুহ একোটা পৰ্ব্বত। তাক কাটিলে মাৰিলে স্বৰ্গদেৱৰ হে টুটে":**—সনাতন আৰু কানু কটকীয়ে আলিয়াৰ খাঁৰপৰা পত্ৰ-সন্দেশ লৈ গড়গাওঁৰ ফালে উজাই আহিছে। তেতিয়া স্বৰ্গদেৱৰ নৈসেতে বৰবৰুৱা আছিল লাঙ্গিৰগুৰিত (দিখৌ-মুখত)। তানি ফালৰপৰা কটকীৰ নাও অহা দেখি কাপোৰৰ বা দি নাও ৰখালে। নাৱত পুৰণি নাওখন নেদেখি ৰজাই খংকৈ নাৱত থকা মানুহ-বোৰক বান্ধি পানীত পেলাই দিবলৈ কলে। ৰজাৰ খঙৰ ভয়ত ইমান বেছি হৈছিল যে বৰবৰুৱায়ো একো মাতিব নোৱাৰিলে। পানীত পেলাই মাৰিবলৈ কলত, কটকী সনাতনে গলত কাপোৰ মেৰাই কাকুতিকৈ কলে বোলে, "কাটে যদি স্বৰ্গদেৱে বন্দীকে কাটক। বন্দীৰ লগত স্বৰ্গদেৱে মহ কিনিবলৈ এশ মানুহ দিছিল। সেই মানুহ হে এতিয়া নাৱত আছে। মহ কিনা গাওঁৰ ওচৰতে সিহঁতৰ ভাই-ভতিজা আছে। সিহঁত আহি হে বন্দীহঁতৰ লগত আছেহি। বন্দীৰ মানুহখিনি লৰালুৰিৰ মুখ চাবলৈ আৰু কাপোৰকানি ধুবলৈ হে গৈছে। নাৱত থকা মানুহখিনি স্বৰ্গদেৱে কাটো বুলিলে কোনোবাই জানো ৰাখিব পাৰিব? কিন্তু, স্বৰ্গদেৱে ভাবি চাব লাগে—একোটা মানুহ কৰি ডাঙৰ হে হয়। একোটা মানুহ একোখন পৰ্ব্বত। তাতে, ভাটিৰ শত্ৰুও সমীপতে আছে। নাকাটি-নামাৰি ৰাখিলে এক চুকত পৰি থাকিব পাৰে। কাটিলে-মাৰিলে স্বৰ্গদেৱৰ হে টুটে।"

## বৰবৰুৱা মোমাই-তামুলী

প্ৰজাই ৰজাৰ শক্তি। এনে প্ৰজা বৃদ্ধি হওক বুলিয়েই মোমাই-তামুলীয়ে অসৰ দেশ নকৈ পাতিলে আৰু এনে প্ৰজা ৰক্ষা হওক বুলিয়েই অম্বুবৰ আলি আৰু বৰনদীকে অসম—বঙালৰ সীমা কৰি বাৰ বছৰীয়া যুদ্ধৰ ওৰ পেলালে।

# বঙাল-বৈৰী লাচিত বৰফুকন

শব্দ ব্ৰহ্ম। ব্ৰহ্মাৰ যেনেকৈ মৰণ নাই, শব্দৰো তেনেকৈ মৰণ নাই। কাল-পাত্ৰৰ ঠাই বুজি যেনেকৈ সৃজিত প্ৰাণীৰ ধাৰণাত ব্ৰহ্মাৰ ৰূপ পৰিবৰ্ত্তন হয়, শব্দটো তেনেকৈ সংসাৰৰ সহস্ৰ জনাৰ মাজেদি সৰকি, নানান্তৰিত হৈ পৰিস্ফুট হয়। "জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী" অৰ্থাৎ আমি ওপজা জন্মভূমিখন যে ইন্দ্ৰৰ অলকাপুৰীতকৈও শ্ৰেষ্ঠ, এই মহাবাক্য যিদিনাই আৰ্য্যাবৰ্ত্তত পোন-প্ৰথম উচ্চাৰিত হ'ল, সেই দিনাৰপৰাই সেই মহাবাক্যই ভৰত ৰজাৰ ভূ-ভাগত অৰ্থাৎ এই ভাৰতবৰ্ষত, যুগে-যুগে নাম সলাই, ৰূপ সলাই নিৰাপত্তে দিনলৈ ধৰিলে। সেই বাক্যৰ এনে যে গুণ যে যি এবাৰ তাক শুনিছে, তেওঁ আৰু তাক কেতিয়াও পাহৰিব নোৱাৰে; যি এবাৰ তাক উপলব্ধি কৰিছে, তেওঁ আৰু কেতিয়াও স্বদেশ-প্ৰেমত বলিয়া নোহোৱাকৈ থাকিব নোৱাৰে আৰু যি তাৰ ৰস চেপি পাঞ্চভৌতিক দেহাৰ তেজৰ লগত মিলাই লব পাৰিছে, তেৱেঁই তেওঁৰ জীৱন ধন্য কৰি জগতত অমৰ কৰি ৰাখিছে। এনে অমৰণ অমৃতৰ ৰসত আপ্লুত হৈয়ে ৰাজস্থানৰ ৰাণাপ্ৰতাপ জন্মভূমিহেতু প্ৰলয়প্ৰাপ্ত হ'ল; এই বাক্যৰ মোহিনী-মন্ত্ৰত মুগ্ধ হৈয়েই পঞ্জাৱকেশৰী ৰণজিৎ সিংহই বিলাস-বাসনা বৰ্জ্জন কৰিছিল; এই

## বঙাল-বৈৰী লাচিত বৰফুকন

বাক্যৰ ধনঞ্জয় চোলৰ মাত শুনিয়েই মাৰাঠা-কেশৰী শিৱাজী মহাৰাজে মোগলৰ ঠাটকটকক থৰ্ব্বিমান কৰি. পেলাইছিল। এই বাক্যৰ মোহত পৰিয়েই, আজি যাক সুঁৱৰিবলৈ ওলাইছোঁ, সেই প্ৰশস্তমনা, উন্নতহৃদয়, বীৰভৈৰৱ লাচিত বৰফুকনে "দেশতকৈ মোমাই ডাঙৰ নহয়—বুলি নিজা মোমায়েকক কাটি খণ্ড-বিখণ্ড কৰিলে। অকল সেয়েই নহয়, "বঙালৰ অধীন হই থাকিবতকৈ মৰণে সে উচিত"—এই কেইটা কথাৰে এধাৰি মুকুতামালা গাঁথি অসম-বুৰঞ্জীৰ গৌৰৱদীপ্ত পাতকেইটি চকচকীয়া কৰি পেলালে।

সেই মুকুতাৰ মালা গাঁথি অসম বুৰঞ্জীৰ পাতত পিন্ধাৱৰ আজি তিনি শ বছৰ পাৰ হৈ গল। এই কেই শ বছৰে আমাৰ জননী জন্মভূমিৰ ওপৰেদি কত ধুমুহা, কত ভূমিকম্প, কত উৎপাত পাৰ হৈ গ'ল! তথাপি শব্দ যে ব্ৰহ্ম, ব্ৰহ্ম যে অজৰ অমৰ, সেই বাবেই আজিও সেই লাচিতৰ জীৱন-প্ৰসঙ্গত উচ্চাৰিত হোৱা অমোঘ-মন্ত্ৰ অজৰ-অমৰ হৈ পৰি আছে। পৰি আছে— অজৰ-অমৰ হৈ, কিন্তু বিহীন জীৱনীশক্তি। পৰাধীনতাৰ পিঞ্জৰাত জিঞ্জিৰি পিন্ধি আবদ্ধ হৈ থকা আমি নিজানিবা সেই জীৱনীশক্তি-বিহীন অমোঘ বাক্যত চেতনাৰ সঞ্চাৰ কৰিব পাৰোঁৱেই, এই বুলিয়েই দুবলা গোটেই দেশভৰি লাচিতৰ স্মৃতি সঞ্জীৱিত কৰিবলৈ চেষ্টা কৰা হৈছে।

যিখন দেশত, "একোটি মানুহ কুৰি বছৰে হে হয়। য'ত একোটা মানুহ একো-একোটা পৰ্ব্বত। য'ত একোজন বক্তা নহয়, সাক্ষাৎ মহাদেৱ। একোজন মন্ত্ৰী নহয়, সাক্ষাৎ নন্দী," সেইখন দেশত

কতজনে গাহে-পিতে গদাধৰ হৈ
মুৰ তুলি আছিল গাৰ্ত্ত
নীৰৱে বজাই বীণা কত বা শঙ্কৰে
শেষ শান্তি ললে শ্মশানত।"

তাৰ বুজ লয় কোনে ? আজি আমাৰ ঘৰৰ খবৰ আমি নাৰাখোঁ। বিদেশীৰ কৃপাত আশ্ৰয় লৈয়েই আমি উশাহ লৈছোঁহঁক। আমি জানো কেতিয়াবা ভাবিছোঁ—

পৰে কি আপোন হোৱে নাৰায়ণ
শিমলু নহয় চন্দন !"

বিদেশী-বুৰঞ্জী লিখকে আমাৰ আশা-আকাংক্ষা পূৰোৱা বাটত হেঙাৰ পোতা দেখিয়েই ওলাই আহিল স্বৰ্গীয় হেমচন্দ্ৰ গোস্বামী। গোস্বামী দেৱৰ অনুগ্ৰহতেই শৰাইঘাটত হোৱা ৰণৰ নায়ক লাচিত বৰফুকনৰ হুবহু প্ৰতিকৃতি এটি দেখিবলৈ পাইছোঁহঁক। সেই গুণে, মোগল খেদোৱা বীৰৰ চৰিত্ৰ—আখ্যান শুনোৱাৰ আগতে স্বৰ্গীয় গোস্বামী প্ৰভুলৈ ওলগ নজনাই নোৱাৰিলোঁ।

অসম মোগলৰ মাজত বিৰোধৰ সূত্ৰপাত।

আগতে কৈ অহা হৈছে যদিও, দোহাৰি উল্লেখ কৰা উচিত হব যে, ১৫৩৭ শকৰ ফাগুন মাহত হৈবৰ বাৰাকৰ নবাবৰ ৰতন ছা নামেৰে এজন সদাগৰে দুখনি নাও লৈ আমাৰ দেশলৈ বেহাৰ বেপাৰ কৰিবলৈ আহে। তেতিয়া আমাৰ ৰাজসিংহাসনত স্বৰ্গদেৱ প্ৰতাপসিংহ বিদ্যমান। যেই তেওঁ শুনিলে বোলে, মোগল আহি অসমৰাজ্যত প্ৰৱেশ কৰিছেহি, সেই তেওঁ ৰাজ্যৰ মাজত ঘোষণা কৰি দিলে বোলে, মোগলে আবাস কৰি কোচৰ ৰাজ্যখন ভাঙিলে ; আমাৰো ৰাজ্যখন মাৰিবলৈ বুদ্ধি চক্ৰান্ত হে কৰিছে। সিহঁতক পালে কোনেও নেৰিবি।" এই বুলি, ৰজাই উঠি হে লৰীলে, আমাৰ মানুহে গৈ সদাগৰকো কাটিলে, বস্তু বেহানিয়ে সৈতে নাওঁ দুখনিও কাঢ়ি আনিলে। অসমৰে বঙালৰে, অৰ্থাৎ মোগল পাৎছাহেৰে অৰি হোৱাৰ এয়ে প্ৰথম সূত্ৰপাত। মোগলৰ সৈন্য-সামন্ত যুদ্ধৰ সাজেৰে আগ

বাঢি আহিল আৰু আমাৰ সৈন্যেৰে, কেইবাখন ঠাইতো কেইবাখন ৰণ লাগিল। ৰণৰ শেষ ফল হল, শাগুৱে ঠেলি যাক য'ত ধৰে অৰ্থাৎ কোনো গন্ধি নহল। তৰোৱালৰ বলেৰে হে ঠেলাঠেলি কৰি থোৱা হল। হাজোলৈকে অসমৰ সীমা হল।

## মোগলৰ লগত পুনৰ যুদ্ধ।

আকৌ বঙাল দেশৰপৰা পলাই আহি আমাৰ স্বৰ্গদেৱত শৰণাপন্ন হোৱা হৃষিকেশ বোলা মানুহ এজনক স্বৰ্গদেৱে শৰণাগতক এৰি নিদিওঁ বুলি কোৱাত, পুনৰ মোগলৰ লগত যুদ্ধ আৰম্ভ হল। এই যুদ্ধত "সাগৰৰ উৰ্ম্মিৰ নিচিনা প্ৰভাৱ আন্দোল।" যুদ্ধত স্বৰ্গদেৱৰ ফালৰ মানুহ-ঘোৰাৰ মৰা শৰে শাৰৈ ভৰি গৈছিল; তেজৰ নদী বৈছিল। ৰৰতোপৰ গুমগুমনিত গৰ্ভৱতী স্ত্ৰীৰ গৰ্ভ খহি গৈছিল। লুইতৰ পানী তেজময় হৈছিল।" অৱশেষত মোগলৰ সেনাপতি আলিয়াৰ খাঁ আৰু আমাৰ ৰৰবৰুৱা মোমাই-তামুলীৰে এখনি সন্ধি হল। সন্ধিমতে আমাৰ ৰাজ্যৰ সীমা লুইতৰ উত্তৰে বৰ নদী আৰু দক্ষিণে অসুৰৰ আলি অৰ্থাৎ গুৱাহাটীলৈকে হল। ১৫৬০ শকত আলিয়াৰ খাঁ গুৱাহাটীত পাৎছাহৰ প্ৰতিনিধি অৰ্থাৎ ফৌজদাৰ হৈ বহি ললে। বঙালৰ সৈতে তোঁহোঁকা-পিছলা কৰি থাকোঁতে-থাকোঁতেই হাতী চলা, বৰীতলা, গুৱাহাটী আমাৰ ৰাজ্যত সোমালহি। এনেতে, মিৰজুম্‌লা আহিল। জয়ধ্বজ সিংহই স্বাধীনতাৰ সম্ভ্ৰম ৰক্ষা কৰিবৰ অৰ্থে মোগলক তিনি লাখ টকা ৰূপ, নব্বৈটা হাতী দিবলৈ কবুল কৰিলে। পাখৰী কুঁৱৰীৰ অকুমাৰী জীয়েক লাংচিং গাভৰুক*—যাক ৰমণী গাভৰু বুলি কয়—দিলে দিল্লীৰ পাটছাহলৈ। তিনি লাখ টকা, নব্বৈটা হাতীৰ কবুল হে কৰিলে। একেলগে দিবলৈ নহল। তাৰ বাবে গোঁটা পঠিয়ালে জনদিয়েক

---

* ডক্তৰ সূৰ্য্যকুমাৰ ভূঞাৰ "ৰমণী গাভৰু" দ্ৰষ্টব্য।

অসমীয়া বিষয়াক আৰু বছৰে-বছৰে কুৰিটাকৈ হাতী দিবলৈ গাত ললে। গুৱাহাটী-বাদে দৰং, বেকিৰাণী (ৰাণী) বেলতলা পাটছাৰৰ ৰাজ্যৰ ভিতৰুৱা হল। গুৱাহাটীত ৰছিদ খাঁ ফৌজদাৰ থাকিল। সেই যে নহৈবটা হাতী, তিনি লাখ টকা আগৰ বকাই দিবলৈ কবুল কৰিছিল, তাক বকাই কিস্তিবন্দী কৰি শোধাই আছিল। কিন্তু ১৫৮৫ শকৰ কাতিত মুগলৰ বোগত স্বৰ্গদেৱ জয়ধ্বজসিংহ 'বকতাত স্বৰ্গী হল।

## চক্ৰধ্বজৰ পাত্ৰ-মন্ত্ৰী।

জয়ধ্বজৰ পিছতে স্বৰ্গদেৱ চক্ৰধ্বজসিংহ ৰাজপাটত বহে। এওঁৰ দিনতে লৰফুকন লাচিতৰ পুৰ্ণবীৰত্ব চৌদিশে প্ৰতিভাত হয়। বৰফুকনক বীৰবেশে পৰিদৰ্শন কৰিবলৈ হলে চক্ৰধ্বজসিংহৰ পাত্ৰ-মন্ত্ৰীসকলৰ ছবিখন চকুৰ আগত দাঙি ধৰিব লাগিব।

ৰাজধানী গৰগাৱঁত:—স্বৰ্গদেৱ—চক্ৰধ্বজসিংহ।

বুঢ়াগোহাঁই—আতন বাঁহগৰীয়া

বৰপাত্ৰ গোহাঁই—লাঙ্গি।

বৰবৰুৱা—-ঘোৰাকোৱঁৰ।

আৰু বৰফুকন—লৰ ভনা লাচিত।

এই গুৱিল্লকৰ শিপা, ঠাল-ঠেঙুলি "এবনানুক্ৰমে" অৱস্থিত:— নিবুকিয়াল, বড়া বৰ অভয়পুৰীয়া, মাজু অভয়পুৰীয়া, সৰু অভয়পুৰীয়া, পানী-অভয়পুৰীয়া, দৈয়ঙীয়া, ওপৰদৈয়ঙীয়া মাজুদৈয়ঙীয়া, সৰু দৈয়ঙীয়া, দিহিঙীয়া, তৰুৱা-দিহিঙীয়া, পানী-দিহিঙীয়া, শলগুৰীয়া, তৰ শলগুৰীয়া, পানী-শলগুৰীয়া, কপহৰা, গড়পুৰীয়া, দিলাধৰীয়া, টিপমীয়া, তিকৰাল, দিখৌমুখীয়া, নামদঙীয়া, নৰঙীয়া—এইসকল ৰাজখোৱাৰ প্ৰত্যেকৰ

তলত ১২ হেজাৰকৈ কাঁড়ী বৰুৱা। অৰ্থাৎ মুঠ, দোৱাল, তোৱালত (দেৱাল-তেৱালো কয়) মুঠ সৈন্যসংখ্যা আছিল ৮৬৪০০০।

## চক্ৰধ্বজৰ চ'ৰাত বঙাল-বধৰ মন্ত্ৰণা।

মীৰজুম্লাৰ (আমিৰ জুম্‌লা - মৈৰাণীযেৰ) যুদ্ধত কবুলকৰা পেচকছুৰ বাকী থকা টকা আৰু হাতী পাবি গুৱাহাটীৰ ফৌজদাৰ ফিৰোজ খাঁই "মহাৰাজত তিনি লাখ টকা নক্বৰ হাতী খুজি অধিক গৰ্ব্ব-বচন খুলি চৈয়দ জাকৰ কটকীক স্বৰ্গদেৱৰ ওচৰলৈ পঠালে। এই কথা শুনি ৰজা চক্ৰধ্বজে মহা ক্ৰোধ কৰি বচন বুলিলে :—

"বঙালৰ অধীন হৈ থকাতকৈ মৰাই ভাল।" এই বুলি, স্বৰ্গদেৱে পাত্ৰমন্ত্ৰী সকলোৰে আলচ কৰি মোমাই-তামুলী বৰবৰুৱাৰ পুতেক লাচিত ডেকাক বৰফুকন পাতিলে। লাচিত ডেকা দিহিং—নমাটি সত্ৰৰ মহাপুৰুষ বিনন্দশ্যাম দেৱৰ শৰণীয়া। বঙালক মাৰিবলৈ সকলো সষ্টম হল। বৰবৰুৱা, বাজখোৱা, কাঁড়ী, হজুৰা, চমুৱা বিষয়া, সকলো সমবেত হল। বাঁহগৰীয়া বুঢ়াগোহাঞে সকলোলৈকে চাই মাত লাগলে, "সদায় স্বতন্ত্ৰ ৰজা আমি, বঙালৰ আইচতি সহিব নোৱাৰোঁ।—স্বৰ্গদেৱতাই উত্তম বুলিছে। পাৰিতপক্ষে আজিয়েই যেন মোগলক ধৰিম।" এই কথাৰ পিছতে, তেওঁ এথাৰ কথা মহাৰাজক দকৈ ভাবি চাবলৈ ক'লে, "কমাৰে চকু বেচে, পাইকে হাতত লৈ ৰজাই চায়, যদি হাতত বাজিল, চাবি কড়া কড়িকো দিয়ে, চকুৰে। নিয়ে। সেয়ে যদি হাতত নেলাজে, নিয়ে নে কি?" বুঢ়াগোহাঁইৰ গম্ভুৰ পৰামৰ্শ শুনি ৰজাদেৱে সেই সভাতে ভামদলৈক সুধিলে, বোলে "আহিলা,—পাতি নো কি আছে?" ভামদলৈয়ে মপৰাই মাত দিলে, বোলে, "সকলো আছে।" পিছে, ৰজাই ভঁৰালৈ গোসাই চাযগৈ দেখোন, "খাবৰ নাৰে এপেৰাও

নাই, গুনীৰ নাৱে চাবি পেৰাও নাই ; কাঁড়ৰ নামৰে এটি কাঠিও নাই।”)

## ৰঙাল মৰাৰ বিৰাট আয়োজন।

তৎক্ষণাৎ স্বৰ্গদেৱে হুকুম দিলে বোলে, আহিলা-পাতি গঢ়িব লাগে। নাওশলীয়া বৰুৱা ওজাক বঁটা বাহন দি নাও সজোৱালে। ৰজাৰ নগৰৰ ভিতৰতে কাঁড়-ঘৰ খাৰ-ঘৰ কৰালে। বৰচুৱাৰৰ ( নাজিবাৰ চুণপোৰা ঘাটৰ ওচৰত ) মুখতে কমাৰশাল পতালে। যুদ্ধৰ আহিলা-পাতিৰ কাম হৈছেনে নাইহোৱা দুয়ো বেলা ৰজাই নিজে চাবলৈ ধৰিলে। কাঁড়ীক কাঁড় মৰাই, হিলৈদাৰীক হিলৈ মৰাই, ৰাকৰতীক ৰাক চলাবলৈ কৈ, কপ-কাপোৰ-তিৰোতা-গাখীৰ-মাছ-লোণ-চাউল দি উৎসাহ বঢ়াবলৈ ধৰিলে। কাঁড়ী-খলাত যিটোৱে কাঁড় মাৰিব নেজানে, ৰজাই তাক নিজ হাতেৰে ধনু মুঠিত ধৰাই কাঁড় মৰোৱালে। কামায়ণ, টোৰা, জখুৰ, গঠিয়া জখুৰ, কেঁচাইখানি, পহলঙী, পাথৰকলাই আৰু বৰতোপ সজোৱালে।

গুইমেলা বৰগোহাই ফুকন, দেয়ঙীয়া ৰাজখোৱা, দোলাকাষৰীয়া বৰুৱা লাটুম, ৰাৰুকিয়াল বৰগোহাঁই, নেওগ হাজৰীকা, কমলাবৰীয়া গোহাঁই ফুকন, মৰঙীখোৱা বৰচেতীয়া, জাতি চন্দন গোহাঁই, শলগুৰীয়া ৰাজখোৱা চক্ৰপাণি, বৰ অভয়পুৰীয়া ৰাজখোৱা শেন গোহাঁই, অভয় পুৰীয়া ৰাজখোৱা, সৰু অভয়পুৰীয়া ৰাজখোৱা, বাঁহগৰীয়া বুঢ়াগোহাঁই, মিৰি সন্দিকৈ ফুকন, দিহিঙীয়া ৰাজখোৱা, চাৰিঙীয়া ফুকন ধলা গোহাঁই, গজপুৰীয়া ৰাজখোৱা, বৰপাত্ৰ গোহাঁই, বাইডঙীয়া ৰাজখোৱা —এই সকলক সেনাপতি পাতি গড়গাওঁৰ পৰা হুজে-হুজে সৈন্যসামন্ত উলিয়াই পঠিয়ালে। লাচিত ডেকাক বৰফুকন পাতি কলিয়াবৰলৈ পঠালে—কুকুৰা ঠেং চাই। গাত ললে এই ব্ৰহ্ম-কৱচ :—

১৫৮৭ শকৰ ভাদ মাহতে গড়গাওঁ নগৰৰ পৰা এক লাখ ষাঠি হেজাৰ মুল বগুৰা ওলাল, দলদোপ-হেন্দোলদোপকৈ—বঙাল মাৰিবলৈ।



(৺ মহেন্দ্ৰনাথ পানীফুকনৰপৰা পোৱা)

সকলোতি সপ্তম হৈ বাঁহবাৰীতে মোগলৰ সেনাপতি চৈয়দ চান। আৰু চৈয়দ ফিৰোজৰ লগত যুদ্ধ কৰিলে। তাৰ পিছত, ক্ৰমান্বয়ে কাজলিমুখ, ইটাখুলি, বৰনদীৰ মুখ আৰু গুৱাহাটীত যুদ্ধ হল। আটাইবোৰ কোঁঠতে মোগলৰ সৈন্য বিষমৰূপে ঘাটিল। খণ্ড-খণ্ডকৈয়ে এই যুদ্ধ এবছৰ

তুমাহ চলিছিল। আমাৰ সৈন্যই "যত বঙ্গাল পালে, সমস্তকে কাটিলে। গুৱাহাটী এৰি বঙ্গাল বিভঙ্গে পলাল।" পলাই গৈ, চৈয়দ ফিৰোজ খাঁ। চৈয়দ চানা চৰ্দ্দাৰে মানাহামুখত আকৌ ফেব পাতিলে। আমাৰ লাচিত বৰফুকনে মোগলৰ সেনাক খেদি গৈ মানাহামুখত ভেটি ধৰি আনিলে। চৈয়দ পিৰোজৰ বেটা (ফিৰোজ) পহৰ খাঁ আৰু চৈয়দ ছহেইন, এই দুজন পলাই গল। কিছুমানক কাটিলে, কিছুমানক গড়গাওঁলৈ আনিলে বন্দী কৰি সম্রাট ভৰাই। এই ৰণ-জিকাৰ স্মৃতি চিন স্বৰূপে স্বৰ্গদেৱৰ আজ্ঞাত লাচিতে ১৫৮৯ শকৰ আঘোণ মাহত বিশ্বকৰ্ম্মা-নিৰ্ম্মিত হেন এটি গড় বন্ধাই দিলে। তেতিয়াৰপৰা গুৱাহাটি আমাৰ হল।

## ৰজা ৰামসিংহৰ আগমন।

"উদয়গিৰিৰ" স্বৰ্গদেৱে গুৱাহাটিৰপৰা মোগলৰ ফৌজদাৰ খেদি, মানাহামুখত খাণ্ডা পগলাৰ কথা যেতিয়া "অস্তগিৰিৰ" পাৎছাহে শুনিলে আৰু যেতিয়া শুনিলে যে লাচিত বৰফুকনে পিৰোজ খাঁ আৰু চানাক বন্দী কৰি ধৰি নিলে, বাঁহগড়ীয়া বুঢ়াগোসাঁয়ে বৰ গড় বন্ধালে তেতিয়া আওৰংজেব পাৎছাহে মান্ধাতাৰজাৰ নাতি জয়সিংহৰ বেটা ৰজা ৰামসিংহক পঠালে গুৱাহাটীৰ গড় ভাঙি অসমক উদ্ধাৰ কৰিবলৈ। ৰামসিংহক দিলে সোণ খটোৱা জীনে সৈতে এটা পক্ষীৰাজ ঘোৰা; মুকুতা লগোৱা পেটিয়ে সৈতে এখন সোণৰ মিনা কৰোৱা তৰোৱাল। লগত আহিল, নচৰৎ খাঁ, যিৰাৰং সিং বৰ্দ্ধিয়া, ৰঘুনাথ সিংহ, বেইৰাম দেও আৰু ৰছিদ খাঁকে আদি কৰি অসংখ্য ওমৰাও আৰু ক্ষত্ৰিয় ৰজা। সৈন্য ললে ৯ লাখ। এনে বিপুল অংচ ভয়ঙ্কৰ সমাৰোহেৰে আহি ৰজা ৰামসিংহ ১৫৮৯ শকৰ চ'ত মাহত অসমৰ সীমা পাৰ হৈ ১৫৯০ শকৰ ফাগুন মাহত শৰাইঘাটত দেখা দিলেহি।

## অৰ্গলেৰৰ চ'ৰাত যুক্তি।

ৰামসিংহ অহাৰ বাতৰি পাই, আমাৰ ডাঙৰীয়াসকলে বৰফুকনেৰে যুগুতি হৈ চালে, দেখোন, কথা বিসঙ্গতি। আমাৰ পাঁজি-টাটৰি একোৱেই হোৱা নাই। পৰ্ব্বতীয়া গড়ো হোৱা নাই। বঙালক ছল-বুদ্ধি কৰি দুদিনমান হেঁাহেঁাকাই পিছুলাই নাৰাখিলে নহব। এই কথাকে সকলোৱে ঠিৰাং কৰি গোন্দৰ আৰু কোমোৰা নামে দুজন কটকীক ৰামসিংহৰ ওচৰলৈ পঠালে, বোলে, ভাই বজাত এইখন কগৈ—যি কাৰ্য্যে আগ বাঢ়িছে, আমি তাক জানিব লাগে; শম-দম-ভেদ-দণ্ড সকল দিন প্ৰৱৰ্ত্তিছে। কাৰ্য্য বুজি লৈ হে কথা। এইৰূপে, চিঠি দিয়া-দিয়ি কৰি উত্তৰ-প্ৰত্যুত্তৰ অনাঅনি কৰি থাকোঁতেই আমাৰ ফালৰ গড়, পাঁজি-টাটৰি সকলো তৈয়াৰ হৈ উঠিল।

## সৈন্যৰ পালী।

ব্ৰহ্মপুত্ৰৰ উত্তৰ-দক্ষিণে দুয়ো পাৰে ৰামত এই দৰে সৈন্যৰ বেহু পাতিলে। দক্ষিণ পাৰে ইটাখুলীৰপৰা আৰম্ভ কৰি ক্ৰমান্বয়ে অমৰাজুৰি-পাণ্ডু—বাসলী খুৰুজ—দুৱাৰগঁৰিলা—পাৰঘোপা—ধেনুখিৰীয়া—গোটানগৰ—ফটাশিল—অম্বুৰৰ আলি—উষাহৰণ পৰ্ব্বতলৈকে লাট লগাই পালে-পালে বখুৱাৰ শাৰী পাতিলে। সেই দৰে, উত্তৰ পাৰে লঠীয়া পৰ্ব্বত—জুৰীয়া—শৰাই—কেঁকুৰি—চিলা পৰ্ব্বত—সিন্দুৰীঘোপা—ৰংমহল—কানাইবৰশীবোৱা শিল আৰু খাৰ্বুৰুজ জোৰাই সৈন্যৰ পালী দিলে। এটা-এটা পাপিত অগা-পিছাকৈ তিনি শাৰী—তিনি শাৰী পালী। আগৰ শাৰীৰ পালীত ৮ হাতৰ আঁতৰে-আঁতৰে একোটা মানুহ; পাছৰ শাৰীতো সেই দৰেই। মাজৰ শাৰীৰ ১০ হাতৰ অন্তৰে-অন্তৰে একোটা মানুহ। সিহঁতৰ মাজতে আকৌ চাৰি পালী মানুহ। তাৰে এপালীয়ে মাজে-মাজে অন্য-যোৱাক উৎসাহ দি

থাকে ; এপালীয়ে খোৱাবস্তু যোগায়, এপালীয়ে ধেনু-কাঁড় যোগায় আৰু এপালীয়ে মানুহবোৰে কি-কৰিছে—কি-নাই কৰা চাই থাকে। সমুখৰ পালীত থকা মানুহৰ হাতত দুখাপ হিলৈ আৰু, জোং দিলে। পালীত থকা মানুহৰ গাত গাইপতি কাঁড় দুচকু (১২টা), টোপ ৬টা, ধেনু এখন, জোৰ দুগছ, বাৰু এখন, গাতলোৱা চাকতলীয়া (ঢাল) এখন, বৰ চাঠা, আগত মথা আৰু চাকতলীয়া (হিলৈমৰা যতন) দিলে। এই প্ৰকাৰেই উত্তৰ পাৰৰ খাহবুকজলৈকে সকলো মানুহ জখাই (যতাই) ৰাখিলে। বৰফুকন স্বয়ং থাকিল দক্ষিণে ইটাখুলী (শুক্ৰেশ্বৰ) পৰ্ব্বতৰ ওচৰত। তাৰপৰা বৰফুকনে নিজে হাতত ধনু-তৰোৱাল লৈ, মূৰত ৰণ-টুপী পিন্ধি পালীৰ মাজত পাক দি-পাক দি ঘূৰি ফুৰে। সেই অনুক্ৰমে, ফুকন—বৰুৱা—ৰাজখোৱা—শইকীয়া—হাজৰিকাই নিজৰ নিজৰ পালীত ৰণ-টুপী ৰণ-খোৱা, তৰোৱাল ধনু-কাঁড় লৈ সৈন্যৰ মাজত ঘূৰি ফুৰিছিল। 'মোগলৰ চোৰাংচোৱাবোৰেও কৈ ফুৰিছিল—ভয় কৰিবৰ সকাম নাই। লাও ফুল সকলোতে চিকুণ দেখি, সেনাবোৰে এনেকৈ কলে।'

## ৰামসিংহৰ দাবী।

আমাৰ কটকীয়ে দিয়া কাকত পঢ়ি ৰামসিংহই অৱশেষত বৰফুকনৰ ওচৰলৈ এই লিখা দি পিৰোজ খাঁক কটকী কৰি পঠালে বোলে, পূৰ্ব্বে আলিয়াৰ খাঁ আৰু মোমাইতামুলী বৰবৰুৱাৰ ভিতৰত যি সন্ধি হৈছিল তাত দক্ষিণে অসুৰৰ আলি আৰু উত্তৰে বৰনদীক অসম আৰু মোগলৰ সীমা বন্ধা হৈছিল। সেই সন্ধিমতে গুৱাহাটী পাৎশাহৰ ৰাজ্যৰ ভিতৰত। গতিকেই, ৰামসিংহই কটকীৰ আগত কৈ পঠালে বোলে, লাচিত ফুকনক মুখ জেৰানে কৰি,

"গুৱাহাটী আমাক এৰি দিয়ক। গো-ব্ৰাহ্মণ কুশলে থাওক। যদি হে গুৱাহাটী এৰি নিদিব, বাৰ বছৰলৈ সমুখ হৈ আহিছো। যদি যুদ্ধ

দিবলৈ আহিলা-পাতি নাই, মোলৈ খুজি পঠাওক, মই দিম। শুনিছোঁ, লাচিত বৰফুকন হেনো মোমাই তামুলীৰ বেটা, ডাঙৰ মানুহ। সি মোক দুই ঘড়ী লোণাই দিব আৰু কোনো বস্তু—তীৰ বন্দুকৰ যদি কমি থাকে, আমালৈ লিখি পঠাব, আমি চলাম।"

এই কথা শুনি আমাৰ ডা-ডাঙৰীয়াসকল দহোগুণে জলি উঠিল। পান চাই সমিধান দিওঁ বুলি লাচিত বৰফুকনে পিৰোজ খাঁক কৈ পঠালে, ৰামসিংহৰ উকীলক ইটাখুলিতে তুলি।

"শুনিছো, ৰজা ৰামসিংহ মান্ধাতা ৰজাৰ গোষ্ঠী আৰু জয়সিংহৰ পুত্ৰ। ইমান ৰৰলোকৰ পোৱালিৰ মুখত এনে সৰু কথা কেনেকৈ ওলাল? দুই ঘড়ীমান যে যুঁজিব খোজে ২।৪ বছৰ যুঁজিবলৈ সাহ নাই নে কি? আমি যতেওক তীৰ বন্দুক, আহিলা-পাতি খোজাৰ কথা কৈছে ভাল, এতিয়া তেওঁকে লাগিব পাৰে, খাওক। দুই চাৰি-বছৰৰ পিছত আমাক লাগিলে, খোজা হ'ব। কিন্তু ওৱাহানি ঈশ্বৰে আমাক দিছে তাক মছলমানক কদাপি এৰি দিয়া নাযায়।"

এই কথা কৈ, ৰামসিংহৰ উকীল পিৰোজখাঁক পতাশিলতে বন্দীকৈ থলে আৰু আমাৰ কোমোৰাখোৱা কটকীক ইয়াৰ বুজ দিবলৈ ৰামসিংহৰ ওচৰলৈ পাচিলে। কোমোৰাখোৱাৰ মুখে লাচিতৰ বীৰত্ব-বচনে ভৰা সমিধান পাই, ৰামসিংহই- গহৰি নকৰি শিয়ালকুচিৰ ফালে গোজ ললে। আৰু সসৈন্যে আহি আগীয়াঠুটি পৰ্ব্বতৰ অলপ নামনিত তামিঘৰা তৰি কোঁঠ মাৰিলে; আৰু তেওঁৰ লগত অহা বহিদখাঁই অলপমান উজাই আমাৰ সৰু হিলৈৰ গুলীয়ে ঢুকি নেপায়, অথচ, বৰহিলৈৰ গুলীয়ে ছেৰাই যোৱা ঠাইত, তামিঘৰা তৰি কোঠ মাৰি থাকিল।

লাচিত বৰফুকনে সেই বেলা দাঁৰৰ বাতৰি দাঁড়ে লৈ আছিল। ৰামসিংহ কলৈ গৈছে, কি কৰিছে, আমাৰ চোংদৰা পঠিয়াই গমগতি লৈ আছিল।

শিয়ালকুচিলৈ আহোঁতে ৰামসিংহ মাধৱৰ থানত উঠিছিল। আমাৰ ফুৰা-মানুহে হেঙেৰাবৰীয়া ঠাকুৰক ধৰি আনি ফুকনৰ সাক্ষাৎ কৰি দিলে। ফুকনে সুধিলে, "ৰামসিংহ মাধৱৰ ঠাইত উঠিছিল, কি বুলি আহিল, ই কি জানে ?" সি বোলে, "বিস্তৰ দ্ৰব্য-বস্তু দি সেৱা কৰি আহিল। ফুকনে তাক বঁটা দি কলে বোলে ভালৰূপে বাৰ্ত্তা লৈ জনাবি।"

## শৰাইঘাটৰ যুদ্ধ

ইপিনে ৰামসিংহই ভালেমান মোগল-সৈন্য লৈ, শৰাই ঘাটত আমাৰ গড় আক্ৰমণ কৰিলেহি। এই যে যুদ্ধৰ চুক হল, বগাহৰ ১১ দিন যোৱাৰপৰা বহাগ, জেঠ, আহাৰ, শাওণ এই চাৰি মাহ দিনে-ৰাতিয়ে অবিশ্ৰান্তভাৱে যুদ্ধ চলিল। দুয়ো পক্ষৰ দস হাজাৰ সেনা হানি হল। অসমীয়া সেনাৰ বৰতোপৰ আগত হেজাৰে-বিজাৰে মোগল-সেনা বাগৰিবলগা হবিলে। চাৰি মাহলৈ যুদ্ধ কৰিলে, তথাপি, ৰামসিংহই অসমীয়া সেনাৰ লোম লৰাব নোৱাৰিলে। শৰাইঘাটেদি আগবাঢ়িব নোৱাৰি মোগল-সেনাই পাণ্ডুৰেদি গাত খানি বাঙলী বুৰঞ্জৰ তলেদি সিন্ধি খানি, তাত থাব ভৰাই গড় উৰৱাই দিবলৈ যুক্তি কৰিলে। শেন-চকুৱা বৰফুকনে তলে-তলে চোৰাংচোৱাৰপৰা সেই কথাৰ সন্ধান লৈ গড় ভাগিলেই ততালিকে তাক তৈয়াৰ কৰিবৰ নিমিত্তে সকলো সৰঞ্জাম আৰু মানুহ ঠিককৈ ৰাখিছিল। ৰামসিংহই সিন্ধিৰ মুখত থাবত জুই লগাই দিয়া মাত্ৰকে গোটেইখন ঠাই ধুৰঁলি-কুৰঁলি হল, কাকো কেৰে নেদেখা হল। ৰামসিংহই তাৰ পিছত আকৌ শৰাইঘাটৰ ফালে গড় পাৰ হবলৈ প্ৰাণান্তিকি যত্ন কৰিলে। দুয়ো দলৰ ভিতৰত ভুৱামন যুদ্ধ হল। ৰামসিংহৰ সংগ্ৰামশীল ৰাজপুত-সেনাই আমাৰ কাঁড় আৰু বৰতোপৰ বাধাকো নেওচি একে হেচোকতে গড় পাৰ হবলৈ লৰ ধৰিলে। আমাৰ সকলো অস্ত্ৰ গুলী বৰষিবলৈ ধৰিলে। "অলেখ

পালোৱান যুজাৰু বাগৰি পৰিল।" মৰণক ইতিকিং কৰি চাৰিজন সৈনিক গড়ৰ ওপৰত উঠিলগৈ। আমাৰ সেনাই তৎক্ষণাৎ সিহঁতক তৰোৱালেৰে কাটি বগৰাই পেলালে। উদ্যমহীন হৈ ৰামসিংহই তেওঁৰ সৈন্য পাছ হোঁহোকাই নিলে।

## "মোৰ দেশতকৈ মোমাই ডাঙৰ নহয়"।

"কেউফালে ঘাটি আটি মোগলে পাৰে যদি কোনোমতে মৰোঁ-জীউ সো-আধিকৈ গুৱাহাটীকে আক্ৰমণ কৰি কাটি লবৰ মনেৰে আগীয়াঠুঁটিৰ ওচৰত থুপ খালেহি - ১৫৯১ শক, ১১ চ'ত। আমাৰ বৰফুকনেও বড়িয়াকৈ জানিছিল যে আগীয়াঠুটিত ৰখা যুদ্ধৰ ওপৰতে গুৱাহাটী নগৰৰ অধিকাৰ আৰু অসমীয়া জাতিৰ অধিকাৰ সম্পূৰ্ণ নিৰ্ভৰ কৰিছে। এই ভাবি, তেও ব্ৰহ্মপুত্ৰৰ দুয়োপাৰে কোঁঠ ৰক্ষা আৰু গড় নিৰ্ম্মাণৰ ভাৰ দি বঙালৰ আক্ৰমণলৈ বাট চাই আছে। আগীয়াঠুঁটিৰপৰা গুৱাহাটীলৈ অহা বাটত (বৰ্ত্তমান প্ৰামিন পাৰ্বৰ ওচৰত। গড়মৰোৱা ভাৰ মিজন মিঘাৰ পাত দিয়া হৈছিল, তেও বৰফুকনৰ মোমায়েক আছিল। পিছদিনা পুৱা বঙালৰ সৈন্য আগীয়াঠুঁটিৰপৰা আগ বাটি সেই পিনদি গুৱাহাটী সোমাবলৈ আহিব আৰু অসমীয়া সৈন্যই সেইখিনিতে আগভেটি যুদ্ধ দিব লাগিব। গতিকে, ৰাতিৰ ভিতৰতে গড় আৰু খাৱৈ সম্পূৰ্ণ হৈ উঠিব লাগে। অথচ, গধূলি বৰফুকনে ঘোঁৰাত উঠি গড় চাবলৈ আহি দেখে যে কামৰ আধাখিনিয়েই হোৱা নাই। নোহোৱাৰ কথা সোধাত মোমায়েকে কলে, "বোপা দেউতা, দিনে-ৰাতিয়ে কাম কৰি-কৰি মানুহ হাইৰাণ হৈছে, আৰু কিমান কৰিব?" উত্তৰ শুনি বৰফুকনে খাপৰপৰা সাউৎকৈ তৰোৱালখন উলিয়াই "ও আৰু কিমান কৰিব? মোৰ দেশতকৈ মোমাই ডাঙৰ নহয়," এই বুলি মোমায়েকক কাটি দুডোখৰ কৰিলে।

ইয়াকে দেখি, গড়ত কামকৰা মানুহবোৰ কাকতী-ফৰিং পৰা দি গড় বান্ধিবলৈ উবুৰি খাই পৰিলহি আৰু ৰাতিৰ ভিতৰতে গড় তৈয়াৰ হৈ উঠিল। পিছ দিনা পুৱা সেই ঠাইতে দুয়োপক্ষৰ ঘোৰতৰ যুদ্ধ লাগিল। পদাতিক, অশ্বাৰোহী, যেই-সেই বিধৰে সৈন্যই গড় পাৰ হবলৈ আগ বাঢ়ি আহিলেই গড়ৰ ভিতৰৰপৰা ওলাই ৰৰমি জাকে-জাকে শত্ৰু নিপাত কৰিব পৰা হয়, এনে দিহাৰে বৰফুকনে ৰামসিংহৰ সকলো আয়োজন চূৰ্ণ কৰিলে। এয়ে বিখ্যাত শৰাইঘাটৰ যুদ্ধ। এই যুদ্ধ একেবাৰে চাৰি মাহ চলিছিল। এই চাৰি মাহৰ যুদ্ধপ্ৰণালী, স্থিৰ গম্ভীৰ আৰু দুৰন্তৰ বীৰত্বলৈ মন কৰিলে সাচিকৈ বৰফুকনৰ বিচক্ষণতাইলৈ আপোনাআপুনি মূৰ দোঁ খাই আহে।"

ৰামসিংহই বঙ্গাল প্ৰাণ অপমানত মৰাৰ তুল্য হৈ তাৰপৰা উভতি আহি দলিবাৰী পৰ্বতত থোৱা কৰি থাকিল। এই কথাৰ সম্ভেদ পাই, স্বৰ্গদেৱে ৰামসিংহৰ গুৰিত আক্ৰমণ কৰিবলৈ তিনি আদেশ দি পঠিয়ালে। বঙ্গাল যাত্ৰা মানিব নপাৰিত পৰি বৰফুকনে বহুত আগ-পাছ গুণি আমাৰ বহুত সেনা বধ কৰিবলৈ উলিয়াই পঠিয়ালে। আমাৰ সেনা আগ বাঢ়ি যোৱা দেখি ৰামসিংহৰ তুৰুকঘোৰাৰী সেনা বিজুলী বেগেৰে আহি আমাৰ সেনাৰ ওপৰত পৰিল। সেই একে দিনাৰ যুঁজতে আমাৰ দহ হেজাৰ মানুহ নিপাত হল। যি মানুহ থাকিল, কোনোমতে গৈ গড়ৰ ভিতৰত সোমাল। সেই দিনা বৰফুকনে দোপ-পড়ত বহি বৰ আক্ষেপ কৰি কলে বোলে, "আমাৰ ৰাজৰ একো-একোটা সেনা একো-একোটা হাতীৰ নিচিনা। তাৰ ঘাটি হয় বুলিহে মই আগ-পাছ চাওঁ। কেইশন ডাঙৰ যুঁজ হৈ গল, তাতো আমাৰ ইমান মানুহ নপৰিল। আজি সামান্য কথা এটাতে অতবোৰ সৈন্য লয় পালে।" বৰফুকনে এই যুদ্ধৰ ফল বজালৈ জনাব খোজাত

বাঁহগড়ীয়া বুঢ়া-গোহাঞে এই বুলি বাৰণ কৰিলে বোলে, "বাৰীৰ ভিতৰত পুখুৰী এটা সিঁচিলেও ৮।১০ টা মানুহক পিঙীয়ে ফুটে। এখন ৰণত, বিশেষকৈ মোগলৰ নিচিনা মহা শক্তিশালী শত্ৰুৰ লগত, ৮।১০ হেজাৰ মানুহ পৰিল, তাকেনো আপো স্বৰ্গদেৱক জনাব লাগে কিয়?"

ৰামসিংহই যুদ্ধ কৰি কোনোমতে গুৱাহাটী লব পৰাৰ আশা নেদেখি পণ্ডিতৰায়ক কটকী কৰি বৰফুকনৰ ওচৰলৈ পঠালে আৰু এই বুলি কবলৈ দিলে, বোলে, "গড়ৰ যি কাম কৰিছে, তাৰ চই তিনি লাখ টকা দিওঁ। অসুৰৰ আলি, বৰনদী সীমা কৰি মোমাই-তামুলীয়ে আনিয়াৰ খাৰে সৈতে যি নিৰ্ব্বন্ধ কৰি গৈছে, সেই নিৰ্ব্বন্ধতে থাকি গুৱাহাটী ছাড়ি দিয়ক; ৰূপৰ সোণৰ খুঁটা পুতি দুই জনে নিৰ্ব্বন্ধ কৰোঁ; ইয়াক চন্দ্ৰ-সূৰ্য্য থাকে মানে কোনে লবাৰ? মোক গুৱাহাটী ছাড়ি দিয়ক। চৈয়দ পিৰোজৰ বেটীক, চৈয়দ চানাক এৰি দিয়ক। আৰু কৰি যদি মই অধিক খোজোঁ, বঢ়াকৈ বোলোঁ, এই হাতৰ তৰোৱালে কাটিব। এই পৰমেশ্বৰীয়ে মোক খাব। আৰু কাঠৰ মুক্তামণি হাতত ধৰি বোলে, এই মহালক্ষ্মীয়ে মোক এৰিব আৰু ঊৰ্দ্ধপুৰুষসকল নৰকগামী হব। এই কথাত যদি সন্তাত নাযায় তেৱে লোহিতৰ মাজত মাধ-গোসাঁই আছে; মণিকূটত শপত কৰিম। বৰফুকনে যদি এই কথা মানে, তেৱে যাকে খোজে তাকে দিম।"

এই কথা শুনি বৰফুকন প্ৰমুখ্যে সকলোৱে গুৱাহাটী এৰি দিবলৈ ইচ্ছা কৰোঁ-কৰোঁ হৈছিল, এনেতে বুঢ়াগোহাঁই আতনে গুৰু-গম্ভীৰ স্বৰে মাত লগালে, "ৰামসিংহৰ নিৰ্ব্বন্ধ ছাইৰ আলি—এই কথাত পাৎশাহ কিয় ৰ'ব? আমি গুৱাহাটী এৰি দি কোন ঠাইত ৰহিম? পাৎশাহ নে কি ৰামসিংহৰ শপতত ৰহিম?"

## ৰামসিংহৰ ব্যৰ্থ প্ৰয়াস।

আকৌ যুদ্ধ আৰম্ভ হল। ৰামসিংহই বল আৰু কৌশলেৰে গুৱাহাটী লব নোৱৰা দেখি, ছল-চক্ৰান্তেৰে লবৰ নিমিত্তে বুদ্ধি সাজিলে। এইবাৰ আমাৰ কটকী মাধৱচৰণৰ হাতত তিনি লাখ টকা আৰু হীৰা মুকুতাৰ হাৰ ভেটি-দি কলে বোলে বৰফুকনক বুজাই-বঢাই যেনেতেনেমতে গুৱাহাটীখন তেওঁক এৰিদিয়া কৰিব লাগে। কিন্তু মাধৱচৰণে এনে কথা ৰৰফুকনৰ আগত নকলেগৈ। ছল-বল-কৌশল সকলোতে পৰাস্ত হৈ ৰামসিংহই ব্ৰহ্মপুত্ৰ নৈযেদি উজাই গুৱাহাটীত উঠিবৰ নিমিত্তে চেষ্টা কৰিলে।

১৫৯২ শকৰ ভাদ মাহত চৰিপৰ্গাক নৌ-সেনাৰ সেনাপতি পাতি শৰাইঘাটৰপৰা বহুত সাজিযাল সেনাক নাৱেৰে উজাই পঠালে। পণ্ডিতৰায়ে ৰৰফুকনক লোপগড়লৈ আহোঁতে দেখি গৈছিল। সেই দিনে গুৱাহাটীলৈ যোৱা তুলিব পাৰিব বুলি ভাবি নাৱত তুৰুক চোৰাবী সেনাবোৰ পঠিয়াইছিল। পণ্ডিতৰায় যোৱাৰ পিছত, ৰৰফুকনে বঢ়ালহতে তেনে চেষ্টা কৰিবৰ সম্ভৱ যেন ভাবি দিন-ৰাতিকৈ আন্ধাৰুবালিত গড় বন্ধালে। চয় শাৰী শালৰ খুঁটা পুঁতি তাত নগা চাবি পাতি মাজত বালি দি এই গড় বন্ধাইছিল। চৰিপৰ্গাৰ সৈন্যৰ নাও আমাৰ পানী-বৰীয়া সৈনাক পৰাস্ত কৰি উজাই অহা দেখি পানীফুকনে শক্ৰৰ নাৱৰ ওপৰত গুৱাহাটীপাৰৰপৰা তোপ চলাবলৈ আদেশ কৰিলে। চাই থাকোঁতে-থাকোঁতে শত্ৰুৰ নাও আহি আন্ধাৰুবালিৰ কাষ পালেহি। তথাপি, দৈৱজ্ঞই শুভক্ষণ মিলা নাই বুলি সঁকিয়াই আছিল। সেই দিনা ৰৰফুকনৰ তীব্ৰ কঁপে জ্বৰ উঠি আছিল। যেতিয়াই ৰৰফুকনে শুনিলে বোলে মুছলমানৰ সেনা নাৱেৰে উজাই আহি আন্ধাৰু-বালিৰ কাষ পালেহি তেতিয়াই তেওঁ বিচনাৰপৰা উঠিব নোৱাৰাৰ নিমিত্তে বিচনাৰে সৈতে তেওঁক বাহিৰলৈ নিবলৈ আদেশ

দিলে। বাহিৰলৈ গৈ দেখে, দেখোন মুছলমান সৈন্য আহি গুৱাহাটী পালেহিয়েই। তৎক্ষণাৎ তেওঁ মাটিত চালপীৰা থবলৈ দিদি, পোনে-পোনেই নাৱত নমাবলৈ হুকুম দিলে আৰু বাইজক শুনাই কলে, "স্বৰ্গদেৱে মোক মুছলমানৰ হাতৰপৰা গুৱাহাটী ৰাখিবলৈ ইয়াত থৈছে। এতিয়া মই গুৱাহাটী মুছলমানক শোধাই দি গড়গাৱঁত লৰা-তিৰুতাৰে সুখেৰে থাকবলৈ যাম নে? মোক আজি মুছলমানে ধৰি নিয়ক আৰু বাইজে মহাসুখে উভাই গৈ মহাৰাজক সেই বাতৰি দিয়কগৈ।" এই বুলি কৈয়েই যেই ফুকন নাৱত উঠিল, সেই লুইতৰ দুয়োপাৰৰ মানুহ বিচুৰ্ণী খালে—যেয়ে যেনিয়ে পাই ফুকনৰ আগ কৰি নাও মেলি দিলে। নাৱেৰে ব্ৰহ্মপুত্ৰ ঢাক খাই পৰিল—এনে কি, নাৱে-নাৱে ভৰি দি ব্ৰহ্মপুত্ৰ ইপাৰ-সিপাৰ হব পৰা হৈছিল। বৰফুকনৰ বল দেখি দুই পাৰৰ শত্ৰুৰে সৈন্যৰ ওপৰত গুলি বৰষিবলৈ ধৰিলে। বৰতোপৰ গুলি পৰি মুছলমানৰ বহুত নাও বুৰিল, অসংখ্য যোৰা পানীৰ তললৈ গল। নুবুৰা নাওবোৰ ভটিয়াই গল। আমাৰ গুলীয়ে যিমান দূৰলৈকে পাবে সিমান দূৰলৈকে সেই নাওবোৰ খেদি গল। ৰামসিংহ সসৈন্যে পৰাস্ত হৈ লাজ আৰু অপমানত সিক্ত ১৫৯২ শকৰ ২১ চ'তৰ দিনা ৰঙামাটি পালেগৈ। যাওঁতে মাধব-দেৱালয়ত সেৱা কৰি উঠি ৰামসিংহই তাক ঠাকুৰীয়া ব্ৰাহ্মণৰ আগত কৈ গল :—

"বৰফুকন সামান্য লোক নহয়। মন্ত্ৰাকৃতি পাণ। একে ঠাইতে ছিদ্ৰ নেপালোঁ। প্ৰত্যেক অসমীয়া সেনাই নাও বাব পাৰে, তোপ আৰু ছিলৈ মাৰিব পাৰে। এনে নিপুণ সৈন্য মই ভাৰতবৰ্ষৰ ক'তো দেখা নাছিলোঁ।"

ৰামসিংহৰ দম্ভ-অহঙ্কাৰ সকলো শেষ হল। আহোঁতে যেনেকৈ লাওফুল

ফুলাদি চিকণ হৈ ফুলি আহিছিল, অসমৰ পৰ্ব্বতীগড়ৰ মাজত সোমালত, সেই ফুল তিলেকতে মৰি গ'ল।

এই যুদ্ধৰ পিছত অসমৰ সীমা মানাহালৈকে হ'ল। ১৫৯২ শকৰ চ'তৰ মাহত এই যুদ্ধ শেষ কৰি হাদিৰাত চকী পাতি বৰফুকন গুৱাহাটীলৈ উলটি আহিল।

১৫৮৯ শকৰপৰা ১৫৯২ শকলৈকে এই চাৰি বছৰত এগৰাকী বীৰ পুৰুষে যি কাৰ্য্য সাধি গ'ল, তাৰ অভাৱত হয় তো হাজাৰ-বিজাৰ অসমীয়াৰ জীৱনেও সেই মহৎ ক্ষতি পূৰাব নোৱাৰিলেহেতেন।

## লাচিতৰ বিক্ৰম।

লাচিত ফুকনৰ সন্মান, যশ, বুদ্ধি আৰু উপস্থিত যুক্তিৰ তুলনা নাই। মাজতে তিনি লাখ টকা লওক বুলি সন্ধিৰ প্ৰস্তাব কৰোঁতে ৰামসিংহই লাচিত বৰফুকনক এই বুলি হে সম্বোধন কৰিছিল :—

"স্বস্তি সমস্তাৰিকুল-গুৰুৱৰণ্য দাৱাগ্নিসদৃশ সকলদিগসুন্দৰী, কৰ্ণপূৰীকৃত কীৰ্ত্তিপুষ্পক, সকলশত্ৰুমস্তকমণিনিৰাজিত—চৰণকমলযুগল স্বকুশল শতপত্ৰ প্ৰকাশৈকোদিত্য সমস্তাশা কৰ্ণক্ষালন সমীৰণ স্খলিত—প্ৰতাপানল ৰাজবল্লভভৱেন্দু শ্ৰীমৎ বৰুৱাৱজেষু ফুকনেষু"

সেইজন ফুকনলৈ—যিজন শ্ৰীমৎ বৰুৱাৰ পুত্ৰ, যিজনক ৰজাই বৰ ভাল পায়, যিজন প্ৰতাপৰ অনল, যাৰ চৰণযুগলত শত-শত পাহি পদুম ফুল ফুলি থাকে—যাৰ যশস্যা বেলিৰ পোহৰৰ দৰে চাৰিউপিনে বিস্তৃত হৈ থাকে, যাৰ প্ৰতাপৰ কথা সমীৰণে বোজা বান্ধি লৈ ফুৰে, শত্ৰুসকলৰ মূৰত যি মণি থাকে, সেই মণিৰ পোহৰ যাৰ কীৰ্ত্তিৰ কাষ পালে নিষ্প্ৰভ হৈ যায় অৰ্থাৎ পোহৰ নাইকিয়া হয়—যি শত্ৰুৰ প্ৰতি বিৰিণানিত জুই জলাৰ দৰে জলি উঠিব পাৰে, সেইজন বৰবৰুৱাৰ পুতেক বৰফুকন লাচিতলৈ।

বৰফুকনৰ কটকী কৌপতীয়াই ৰামসিংহলৈ চিঠি নিওঁতে ৰামসিংহৰ আগত কৈছিল, "তোমাক আক্ৰমণ কৰিবলৈ স্বৰ্গ মহাৰজাৰ দেশৰপৰা তিনি লাখ প্ৰজা আহিছে। 'লাচিত বৰফুকন স্বৰ্গমহাৰজাৰ চাকৰ হৈয়েই যেতিয়া এনেখন কৰিছে, বাকীবিলাকৰ বা কি? বিশেষতঃ ৰৰনৰাৰ বা বৰফুকনৰ আজ্ঞা স্বৰ্গমহাৰজাৰ ঠাইত নচলে।" শত্ৰুৰ আগত কোৱা হলেও, কটকীৰ এই কথাষাৰত অশেষ ৰাজনৈতিক মূল্য আছে।

ৰামসিংহই, "ভাই ফুকনে, এইডাল পৰিধান কৰিব বুলি মাধৱচৰণ কটকীৰ হাতত বিডাল কণ্ঠাভৰণ দি পঠিয়াইছিল, সেই ডাল ফুকনে নিপিন্ধিলে। তেনেতে ৰামসিংহই কৌপতীয়া কটকীক সুধিলে, "ভাই ফুকনে দেখো কণ্ঠাভৰণ, নিপিন্ধিলে! মই পিন্ধিবলৈ হে দিছিলোঁ। কৌপতীয়াই কলে বোলে, ৰৰনৰাৰৰ কি বস্তুৰ কমি? যেতিয়া যি ইচ্ছা, তাকে পৰিধান কৰে। কটকীৰ মুখে লাচিতৰ বিভূতিৰ কথা শুনি ৰামসিংহই সেই পিনে তললৈ মুৰ কৰিলে।

আজি লাচিতৰ তিথিত স্মৰিব লাগিব লাচিতৰ বীৰত্ব; চাব লাগিব লাচিতৰ বুদ্ধি; লব লাগিব লাচিতৰ স্বদেশপ্ৰেম; শিকিব লাগিব লাচিতৰ আত্মত্যাগ; অনুকৰণ কৰিব লাগিব লাচিতৰ চৰিত্ৰবল। লাচিত ফুকনৰ দৰে স্বদেশপ্ৰেমত উদ্বুদ্ধ হবলৈ শিকককচোন; লাচিতৰ দৰে স্বাৰ্থত্যাগী, দৃঢ়সঙ্কল্পী, অধ্যবসায়ী হবলৈ শিকককচোন; লাচিতৰ দৰে মাৰ বান্ধি জন্মভূমিৰ হে প্ৰাণ জলাঞ্জলি দিবলৈ শিকককচোন। দেখিব—দৈদামৰ অতল তলিৰপৰা উঠি অহা আপোনাৰ দেশখনিয়ে নতন চেতনা পাই জগতত কি অসাধ্য সাধন কৰে।

---

# বঙ্গিলী কুৱঁৰী

## আগ কথা।

ৰাজনৈতিক অৱস্থাৰ পাক-চক্ৰত পৰি, অসমীয়া বুৰঞ্জীৰ আধ্যা পেলাওঁতা বদনচন্দ্ৰ বৰফুকনে কলিকতালৈ গৈ ব্ৰহ্ম৷ ৰজাৰ উকীলৰ লগত পৰামৰ্শ কৰি, ব্ৰহ্ম৷ ৰজাৰ ত'ত অসম-জয় কৰিবলৈ মান-সেনা ভিক্ষা কৰাত এগৰাকী "অসম-ৰজাৰ জীয়ানী, মানৰজাৰ কুৱঁৰীয়ে" বৰকৈ খাটি-লুটি বৰফুকনক চাৰি হেজাৰমান মান-সেনা দিয়ায়। এই সৈন্য-সেনাকে লৈ বৰফুকনে অসমীয়া নিষয়াৰ পাইগুনিয়া স্বাৰ্থ, দম্ভ আৰু পৰশ্ৰীকাতৰতা নিঃচিহ্ন কৰিবলৈ গৈছিল। তাকে কৰোঁতেই অসমৰ বুৰঞ্জী-পট একেবাৰেই লুটি খাই গল। যি-গৰাকী কুৱঁৰীৰ খাটনি আৰু সহায়ৰ বলত এনেকৈ বুৰঞ্জীৰ পট পৰিবৰ্ত্তন হল, অসমীয়া স্বাধীনতাৰ এক কল্প উৰঁলি গল, বহগাওঁৰে পৰিপূৰ্ণ দেশ গুচি বিঙা পথাৰ আৰু টুপলি-কটা হাবিৰে ভৰি পৰিল, সেই গৰাকী কুৱঁৰী কেনেকৈ, কি সূত্ৰে অসমৰপৰা গৈ ব্ৰহ্ম৷ ৰজাৰ অন্তেষপুৰত কেনেকুৱা লাগী কুৱঁৰী হৈছিলগৈ তাকে কোৱাই এই প্ৰবন্ধৰ উদ্দেশ্য।

মায়ামৰীয়াৰ অন্তৰ্বিপ্লৱত ঠাৱৰিব নোৱাৰি, স্বৰ্গদেৱ গৌৰীনাথ সিংহ গলগৈ গুৱাহাটীলৈ। অসমৰ ৰাজপাট শূন্য হল; ঠায়ে-ঠায়ে একো-একোজনে নপত্ৰা-ফুকন সাজি স্বয়ম্ভূৰূপে নিজৰ-নিজৰ ক্ষমতা চলাবলৈ ধৰিলে। মায়ামৰীয়াৰ ডফলা, বহতীয়া, বুঢ়াফুকন আৰু তেওঁৰ পুতেক অগিনকুমাৰ অসম-ৰজাৰ ৰাজধানী ৰংপুৰত ৰজা হৈ নিষ্কণ্টকা হৈ বহি ললে। বৰটীয়াই চলাকৈ অগিনকুমাৰক উত্তৰ পাৰলৈ পঠিয়াই ভৰতসিংহ

নাম লৈ অসমৰ ৰাজপাটত বহি-ৰজা হল। এই ছেগতে, খামৃতিক খেদি চিংফৌবিলাকে টেঙ্গাপানীত থিতাপি ললে। তাৰ পিছত, বিচানঙ্গে দোৱনীয়া মৰাণেৰে মিলি ব্ৰহ্মা ৰাজ্যৰপৰা মান-সেনা আনি কেইখনমান অসমীয়া গাওঁ লুট-পাট কৰে। এই বাৰ্ত্তা শুনি বুঢ়াগোহাঞে গৰীৱাবৰুৱাক চিংফৌ মাৰিবলৈ পঠিয়ায়। সিফালে ব্ৰহ্মা দেশ, ইফালে অসম দেশ। দুয়োখনৰ মাজত থকা দোৱনীয়া—মৰাণ আৰু চিংফৌৱে অসমৰ সৌন্দৰ্য্যত মুগ্ধ মান ৰজাক তিনি বাৰকৈ অসম-আক্ৰমণ কৰিবলৈ ফেটাই দিয়ে।

পানীতলৰ কাঁইট চিনিপাওঁতা পেট-টেঙৰ পুৰ্ণানন্দ বুঢ়াগোহাঞে আক্ৰোশৰ গুৰি ক'ত বুজিব পাৰি মৰাণৰ মুখিয়াল জনক বৰসেনাপতি পাতি উজনি খণ্ডত থাপি থলে আৰু আগলৈ মানঅনাৰ জুঁত-কুৰিৰ ঘাই চিংফৌৰ বিচানঙ্গক এগৰাকী অসমীয়া গাভৰু সালঙ্কৃতাকৈ দি মিত্ৰতা স্থাপন কৰিবলৈ স্থিৰ কৰিলে।

## ৰঙ্গিলী।

বৰ্ঙাচিলা দুৱৰা-বংশত ৰৰম নামেৰে এজন মানুহ আছিল। তেওঁক আনায়ে বৰুৱা বুলি মাতিছিল। প্ৰকৃততে, এওঁ যে ৰজা-ঘৰৰপৰা বৰুৱা বিষয় পাইছিল এনে নহয়, মানুহজন বয়সিয়াল আৰু কথা-বতৰাত পাগত-উঠা। সেই গুণে, তেওঁক সকলো বুঢ়া-মেথাই বৰুৱা বুলি সম্বোধন কৰিছিল। এই ৰৰম বৰুৱাৰে এগৰাকী পেহীয়েক আছিল। তেওঁৰে নাম ৰঙ্গিলী। চিংফৌৰ বিচানঙ্গলৈ বন্দীয়ে-বেটীয়ে ৰঙ্গিলী আইদেওকে বুঢ়া-গোহাঁয়ে দি দিলে। ৰঙ্গিলী সঁচাসঁচিকৈয়ে ৰঙ্গিলী আছিল—খাড়ুলী পাঁজিশেৰী, গা কেতেকী-ককাল আৰু মুখ পুৰ্ণচন্দ্ৰ। লোদোৰ-পোদোৰ হাত-ভৰি, পুৰঠ গাল আৰু সাপৰ নেগুৰযেন চুলিডাৰে ৰঙ্গিলীক তুলি ধৰিছিল। বিচানঙ্গে ৰঙ্গিলী উপহাৰ পাই অসম-দেশ আক্ৰমণ কৰা বা কৰোৱাৰ ভাব পৰিত্যাগ কৰি নিজৰ দেশলৈ গুচি গল। পুৰ্ণানন্দ বুঢ়া-

গোহাঞেও ইপিনে একো আলৈ-আহুকাল নোহোৱাকৈ অপোন-ইচ্ছামতে ৰাজ্য চলাবলৈ ধৰিলে।

ৰাজ্য-সংক্ৰান্ত সকলো কথাতে লাগি থকা, টানে-আপদে ৰক্ষা কৰোঁতা মান-ৰজালৈকে আকৌ বিচাৰলৈ সেই গাভৰু গৰাকীক অসম-ৰজাৰ কুৱঁৰী বুলি "মহিষী কৰি তুলি দিলে।"

## ব্ৰহ্মা-ৰজাৰ ৰঙিলী কুৱঁৰী-অভ্যৰ্থনা।

"অসম-ৰজাৰ কুৱঁৰী আহিব এনে সমাচাৰ পাই, ব্ৰহ্মা-ৰজাই নগৰত আদেশ প্ৰচাৰ কৰাই দিলে বোলে, ৰাজ-আলিৰ কাষত থকা সকলো মানুহে চাকি-বন্তি লগাই ফল-ফুল, পাত-লতা আঁৰি, ঘৰ-বাৰীবোৰ সজাব লাগে। দোকান-পোহাৰবোৰত দ্ৰব্য-বস্তু ভৰাই দেখিবলৈ ধুনীয়াকৈ থব লাগে। আৰু, পাকান উ ধীয়ে (ৰণুৱা মন্ত্ৰীয়ে) সেই দিনা আবেলিকৈ পানীযেদি গৈ অসম-ৰাজকন্যাক স্বৰাগুৰি তুলিবগৈ লাগে। প্ৰজাবিলাকে ঘৰবাৰীবোৰ সজোৱাত হেলেহ কৰা বাবে বহুতে উজীৰ হাতত শাস্তি-ভোগ কৰিব লগীয়াও হয়।

ইং ১৭৯৭ চনৰ ২৪ জুন তাৰিখে "অসমীয়া ৰাজকন্যা" আভা নগৰীত প্ৰৱেশ কৰেগৈ। তেওঁক আদৰি নিবলৈ নৈৰ পাৰত এটি ঘৰ সাজি থোৱা হৈছিল। তাতে, ৰজাক সাক্ষাৎ কৰাৰ ক্ষণ নিমিলালৈকে, মানুহে-দুনুহে হয়-হস্তীয়ে ৰঙিলী গাভৰুক ৰখাই থোৱা হৈছিল।

সেই ঘৰ পোৱাৰ তিন দিনৰ মূৰত "অসম-কুঁৱৰীক" মান-কাৰেঙলৈ সুমুৱাব কথা। সেইদিনা, নাগৰিকসকলে উলহ-মালহকৈ 'অসমীয়া কুৱঁৰীক' আদৰি আনিব লাগে। সেই গুণে, ৰজাই ক'তো ছিদ্ৰ নথকাকৈ নগৰৰ আলি-পথুলি হাট-বাট, দোকান-পোহাৰ সজোৱাইছে-পৰোৱাইছে; ইংৰাজ-প্ৰতিনিধিকো তেওঁৰ পথুলিত চাঙটি-চপোৱাব তৰিব লাগে বুলি

আদেশ জাপন কৰিছে। 'অসমীয়া কুৱঁৰী' থকা বাহৰঘৰবা মানুহৰ নিদানে বিৰ-দিও-বাট-পাৰবৈ নোহোৱা হয়। বজা ঘৰৰপৰা অসংখ্য ভাবভেঁটী আৰু নানান্ তবহৰ উপহাৰ বস্তু আহি আছিল, গৈ আছিল। সেই-বোৰকে সোণৰ কাঁহীত ভৰাই অনা মানুহেৰে আলি-বাট উৰ্ম্মিসদৃশ হৈ পৰিছিল। ২৫ তাৰিখে সুপৰীয়া ৰবকুৱঁৰীৰ ধাই আলধৰাই অসমীয়া জীয়াৰীক আদৰ—সম্ভাষণ জনাই বজাৰ আগত তেওঁৰ গঢ়-পিত আৰু স্বভাৱ-চৰিত্ৰৰ বিষয়ে জনাবলৈ ঘুৰি যাওঁতে ইংৰাজ প্ৰতিনিধিৰ আগত অসমীয়া ছোৱালীৰ ৰেহ-ৰূপৰ কথা কৈ গৈছিল।

২৬ তাৰিখৰ দিনা একুৰি ষোলজন দুলীয়াই ভাৰবৈ অনা ৰমক-জমক, তমস্কাৰ দোলাত উঠি, লগত ভালেমান আইচু-গাভৰুকো দোলাত তোলাই, গাগনে-বায়নে, পেঁপা-সুকলীৰে হিলৈদাগী—যাঠিয়ালেৰে কৰ্ম্মা বজাৰ ৰবকুৱঁৰী আহিল অসম-বজাৰ জীয়াৰীক আগ বঢ়াই নিবলৈ। আই-দেওক লৈ, বাজকাৰেঙলৈ যি যি বাটেদি সেই সমদল গৈছিল, সেই বাটবোৰৰ কাষত থকা ঘৰবোৰৰ আগচালিবোৰ বাঁহৰ চাৰি-কঠেৰে এনেকৈ চোওৱাইছিল যে সেইবোৰ দূতৰপীয়া হৈ আলিবাটৰ ফালে মুকলি হৈ ওলমি পৰিছিল। তাকো আকৌ জালিকটা ফুলেৰে সজাই-পৰাই জক্‌মক্‌কৈ শাৰীপাতি সজাই থোৱা হৈছিল। দোকান-পোহাৰবোৰতো দ্ৰব্যবস্তুবোৰ মোকতোল মোক-তোলকৈ আছিল। অসম-বজাৰ জীৰ লগত যোৱা মানুহক সেই বস্তুবোৰ আধামূলীকৈ বেচিবলৈ বজাৰ আদেশ হৈছিল।

চৌআলিৰ মূৰে-মূৰে একোটাকৈ তোপ পুতি থোৱা হৈছিল। আলি-বাটৰ দুয়ো দাঁতিয়ে কল-কুঁহিয়াৰ। শাৰী-শাৰীকৈ পঞ্চ পল্লৱ কই দিয়া হৈছিল। গোটেইটো আলি ফুঁ মাৰি ভাত খাব পৰাকৈ সাৰি-মচি নিমজকৈ থোৱা হৈছিল। সেইদিনা পুৱা সকলোটিয়ে এই অনুক্ৰমে সমদল পাতি গৈ আছিল :—

আটাইতকৈ আগত যাঠিয়াল, তাৰ পাছতে হিলৈদাৰী, তাৰ পিছত ক্ৰমান্বয়ে গায়ন-বায়ন, ছত্ৰ-চামৰ, ৰাজমাওৰ সোণবৰণীয়া সমাৰোহ, ৰাজমাৱৰ সোণখটোৱা বিয়াগোম দোলা, সেই দোলাৰ কাষে-কাষে ভাল কাপোৰকানি পিন্ধি আঠুকাঢ়িযোৱা দুজনী দীপ-লিপ গাভৰু আৰু আগত হাতজোৰকৈ দুৰি-দুৰি সেৱাকৰিযোৱা দুজনী গাভৰু।

সোণোৱালি ছত্ৰধাৰীয়ে দোলাৰ চৌপাশে আগুৰি গৈছিল। ৰাজমাওৰ দোলাৰ পাছত এজাব অশ্বাৰোহী চিপাহী তাৰ পিছতে যাঠিযাল আৰু হিলৈদাৰী। তাৰ পিছত, অসম-ৰজাৰ জীয়াৰীৰ লগত নিয়া হাতীদাঁত, কেৰু-মণি, ঢাল-তৰোৱাল। ৰূপা-পেটাৰী, শোৰা চাবি-পাণি আদি যৌতুকত দিয়া বস্তু-নিয়া মানুহ। সৰ্ব্বশেহত বগা পাগুৰী মৰা আৰু হলৌ চোলা পিন্ধা অসমীয়া পুৰোহিত। এওঁবিলাকৰ পাছতে বৰ্ম্মাৰজাৰ দুজন ধাই বিষয়াকে আদি কৰি ইতৰস্থ বিষযাবিলাক। তাৰ পিছত, বগা কাপোৰ পিন্ধা, কপৰ কালি-পেপা আৰু তালবজাইযোৱা মাইকী মানুহবোৰ। এইবোৰৰ পাছতে অসম-ৰাজকন্যাৰ পত্তাসোণীয়া সমাৰোহ। বৰ্ম্মাৰজাৰ ৰবকুৱঁৰীৰ দৰে এওঁকো আগে-পাছে আঠু-কাঢ়ি যোৱা দুযোৰা গাভৰুৱে সোণ-খটোৱা দোলাত তুলি লৈ গৈছিল। ব্ৰহ্মা ৰজাৰ ভাবী মহিষী অসমীয়া কন্যাই যাতে ভিতৰৰপৰা সকলোকে দেখে, অথচ বাহিৰৰপৰা তেওঁক কোনেও নেদেখে এনে ভাৱে তেওঁ উঠা দোলাখনত চীন দেশৰ ফুলবছা ফিৰ্ফিৰীয়া কাপোৰৰ আবোৰান তৰি দিয়া হৈছিল। এই দোলাৰ পাছতে বৰ্ম্মাদেশীয় এজাক যোৰা-বণুৱা তাৰ পাছত লা-লিগিবাৰে সৈতে ৰজাৰ কুৱঁৰী-চৌলৰ আই-কুৱঁৰী উঠি অহা ২০ খন দোলা আৰু ৰজাৰ গোটেইখিনি হিলৈদাৰী আৰু যাঠিয়াল। এনে বাহুকবনীয়া সমাৰোহ, জাকজমক পয়োভৰ আৰু বৰ্ম্মা দেশত নোহোৱা-নোপজা আদৰ-অভ্যৰ্থনাৰে অসম-ৰজাৰ জীয়াৰীক আগ

ৰচাই নি আভা নগৰীৰ ৰাজকাৰেঙৰ অন্তঃপুৰ পোৱালেগৈ। ব্ৰহ্মা-ৰজাই অসমীয়া তিৰুতাৰ অপৰূপ লাৱণ্যত মুগ্ধ হৈ বঙ্গিলীক তেওঁৰ বৰকুঁৱৰী পাতি ললে। অসমীয়া কুঁৱৰীয়ে ৰজাক ইমানকৈ ভোল নিয়াইছিল যে তেওঁ দহ বুলিলেই দহ, পচি বুলিলেই পচি হৈ পৰিছিল।

কিন্তু হলে কি হব? গাঁথু-ভালকে দ্ফাল কৰিব পৰা সতিনী কুঁৱৰী-বিলাকে তেওঁৰ খোজেপতি অপবাদ উলিয়াবলৈ ধৰিলে। সৰ্বগুণী কুঁৱৰীৰ গাত ক'তো অকণো খুঁত নেপাই তেওঁৰ লগত অনা যৌতুকৰ বস্তুবোৰকে টোৰাই তেওঁবিলকে কৰ্কথনা কৰিবলৈ ধৰিলে। সেইদেখি, বঙ্গিলী আইদেওৰ কেউপিনে জয়-জয়—ময়-ময় হৈছিল যদিও, এইৰূপ সুখে নটাত মনতে বৰ দুখ পাই আছিল।

তেনেতে, কলিকতা-পৰা মান-ৰজাৰ উকীলেসৈতে বদন বৰফুকন যাওক মান দেশলৈ। বৰফুকনে ত্ৰৈবাৰ্ত্তী নৈৰ বালিত আঁৰ কাপোৰ তৰি ভাত খাবলৈ ধৰিছে, এনেতে বঙ্গিলীৰ বেটী কেইজনীমান তাত উপস্থিত। সিহঁতে বালি-ভাত খোৱা মানুহবোৰৰ কথা-বতৰা, পিন্ধন-উৰণ আৰু গতি-গতি দেখি অসমীয়া মানুহ বুলি অনুমান কৰি আঁৰ কাপোৰৰ ওচৰ চাপিল। বৰফুকনৰ মানুহৰ লগত পৰিচয় হৈ বুজিব পাৰিলে যে ব্ৰহ্মাৰজাৰ অসমীয়া কুঁৱৰী গৰাকী তেওঁৰে ভনীয়েক। বৰফুকনে সিহঁতৰ হাততে ভনীয়েকলৈ চাৰিটা হীৰাপতোৱা আঙঠি পঠিয়াই দিলে।

আঙঠিতে ককায়েকৰ চিন পাই, বঙ্গিলী কুঁৱৰীয়ে বৰফুকনক কাৰেঙলৈ নিবলৈ লিগিৰা-মানুহ পাচিলে। বৰফুকনে ৰাজঅলঙ্কাৰ পিন্ধি, মান-ৰজাৰ কাষত থিয় হলগৈ। কুঁৱৰীক তাত দেখা পাই দুয়ো চিনাকি হৈ ডিঙিত ধৰাধৰিকৈ কান্দিবলৈ ধৰিলে। তেতিয়া হে সকলো এলাগী কুঁৱৰীয়ে অসমীয়া কুঁৱৰীক ৰজাৰ জী বুলি বুজ পালে। বৰফুকনেও যেতিয়া মইহেং-বাটিত পানী খাই, পালেং পীৰাত বহি।

"পানীত পৰি হওঁ কেটাগোম সাপ, দা-তৰোৱালৰ মাও নকওঁ।"

বুলি নিজৰ পৰাক্ৰমৰ চিনাকি দিলে, তেতিয়া সিংহাসনৰপৰা নামি আহি ব্ৰহ্মাৰজাই স্বয়ং হাতত ধৰি বৰফুকনক সম্ভাষা কৰিলে।

তেতিয়া মান-ৰজাৰ 'জিজ্ঞাসামতে' বৰফুকনে আপোন-প্ৰয়োজনৰ কথা কলে, বোলে,

"আমাৰ দেশত ৰজা নাইকিয়া হল, অকল বুঢ়াগোহাঁই মন্ত্ৰীয়েহে দেশধন খাই আছে। আমাৰ দেশৰ ৰজা পূৰ্ব্বে আপোনাৰেই ভাই-বংশ। পূৰ্ব্বে যেতিয়াই-তেতিয়াই মুংকঙৰপৰা সহায়ও পাইছিল। এতিয়া মুংকঙো আপোনাৰ হল, আৰু আপুনি মিত্ৰিবো। এতেকে, কিছু সৈন্য আপোনাত খুজি নিবৰ নিমিত্তে আমাৰ খেদাখোৱা ৰজাই মোক পঠাই দিছে।" এই কথা শুনি, ব্ৰহ্মাৰজাই দুকুৰি বগা মহ আৰু লেখজোখ নোহোৱাকৈ হাঁহ-পাৰ-ছাগলী বলি দিয়াই, দেওপূজা কৰাই চাৰিটা ডেও মাৰি ক'লে, "পুতেকৰ মাংস বুঢ়াগোহাঁইক খুৱাম।" এই বুলি, বৰফুকনৰ লগত চাৰি হেজাৰ মানৰ সেনা দিবলৈ পুব-দুৱাৰত থকা মিঙ্গিলৈ আজ্ঞা কৰিলে। সেই সেনাকে লৈ আহি বদন বৰফুকনে অসমত মানৰ দিনৰ বুৰঞ্জী-অধ্যায় সৃষ্টি কৰিলেহি।

"অসম ৰজাৰ জীয়াৰী
মান-ৰজাৰ কুৱঁৰী"

ৰঙিলী আইদেও ইয়াৰ গুৰিত নথকা হলে ঘটনাৰ সোঁত কোন পিনে বলেহেতেন কোনেও কব নোৱাৰিলেহেতেন। সঁচাকৈয়ে, জগত-বুৰঞ্জীৰ পট পৰিবৰ্ত্তনৰ অন্তৰালত স্ত্ৰীশক্তিৰেই যে অলৌকিক প্ৰভাৱ তাক কোনে নুই কৰিব?

# দেশদ্ৰোহী কোন—বদন নে পূৰ্ণানন্দ ?

এসময়ত, আমাৰ দেশত আমাৰ স্বতন্ত্ৰতা সম্পূৰ্ণ অক্ষুণ্ণ আছিল। এসময়ত, অমোঘগৰ্ভসম্ভূত মহাবাহু ব্ৰহ্মপুত্ৰ নদৰ বুকুৰ ওপৰত স্বাধীনতাৰ দীপ্তিমান দিনমণি হিৰণ কিৰণেৰে জিৰবিৰাই আছিল। পৰাধীনতাৰ পিঞ্জৰাত সোমাই গিৰিনদবেষ্টিত, দেৱৰো ঈপ্সিত নন্দনবন-হেন দেশখনত মুক্তবায়ু কাক বোলে, কোনেও কাকো সুধিব লগীয়া নহৈছিল। একে লানীয়ে ছশ বছৰকৈ চলি থকা স্বাধীনতাৰ যুগ এটি ধ্বংস হব বুলি কোনেও সপোনতো ভাবিব নোৱাৰিছিল। কিন্তু, "নিয়তী: কেন বাধ্যতে ?" ৰাজ্যভ্ৰষ্ট হবৰ সময়ত ৰজা আৰু ৰাজবিষয়াবিলাকৰ মতিচ্ছন্ন হয় ; অহঙ্কাৰ, ডাকোপ আৰু হতবুদ্ধিয়ে শ্ৰীবৃদ্ধিশালী দেশখনকো ক্ষয় কৰে। সেইদৰে, আমাৰো ঈশ্বৰ-শিৱৰৰ মাজত খিয়লাখিয়লি, হিংসাহিংসি, চকুচৰহালি, কাপুৰুষালি আৰু ৰাজবিষয়াবিলাকৰ মাজত ক্ষমতাৰ অৰিয়াঅৰি হৈ থকাত স্বতন্ত্ৰীয়া যুগ এটি চকুচাওঁতেই ভস্মীভূত হৈ গল। বুৰঞ্জী-পুথিৰ এই বোৰেই শিকনি। ৰাষ্ট্ৰীয় স্বাতন্ত্ৰ্য ৰক্ষা কৰিবলৈ স্বাধীনতাৰ পাটকাই পৰ্ব্বতটো যিমান ওখ হৈ জিলিকি আছিল, সেই স্বতন্ত্ৰতা ধ্বংস হলত পৰাধীনতাৰ পাটনাদত পৰি সি সিমান দ-লৈ খহি গল। এতিয়া সেই ৰামো নাই, অযোধ্যাও নাই। ৰাজবংশ আছে—ৰাজ্যবৰ্দ্ধনৰ শক্তি নাই। সমৃদ্ধি-সবল আছে—যুগুতাৰৰ সামৰ্থ্য নাই। অস্তিত্ব আছে—সিও জড়। জড়-ভৰত হৈ জীয়াই আছে মাথোন—ধাৰাবাহিকৰূপে গঠিত হৈ অহা দূৰ ভবিষ্যতৰ মহৎ আকাঙ্ক্ষা এটি।

এনে অধঃপতনৰ হেতু বিচাৰি, উজাই গৈ, ওৰিত এজন ৰাজপুৰুষেই আছিল বুলি সকলোৱে আঙুলীয়াই দিয়ে। ৰাষ্ট্ৰীয় স্বাধীনতা লুপ্ত হবৰ

উপক্ৰম, যদিও অলপ আগবেপৰাই উদ্ভৱ, তথাপি এই জন ৰাজপুৰুষৰ গাতেই সকলো দোষ আৰোপণ কৰা হৈছে। এওঁ হেনো ৰাজহন্তা, বিশ্বাসঘাতা, দেশদ্ৰোহী, সঙ্কীর্ণমনা, দেশৰ শান্তি সংহাৰকৰ্তা আৰু শত্ৰুক আগমনৰ দেখুৱাওঁতা। এয়েঁই হৈছে বুৰঞ্জী-বিখ্যাত বদনচন্দ্ৰ বৰফুকন। এজন দায়িত্বপূর্ণ বিষয়াক ইমানবোৰ দুষিত বিশেষণেৰে কলুষিত কৰাৰ আগেয়েই স্বভাৱতে এটি প্ৰশ্ন উঠে— সঁচাকৈয়ে বদনচন্দ্ৰ বৰফুকন দেশদ্ৰোহী নে ?

নিৰপেক্ষভাৱে বুৰঞ্জীৰ পাত খেদি গ'লে, অসমৰ অস্তগামী সূর্য্যৰ পোহৰৰ তলত দুজন ৰাজপুৰুষৰ স্বভাৱ-চৰিত্ৰ, সন্ধি-অভিসন্ধি আৰু কার্য্য-কলাপে আপোনা-আপুনি দেখা দিয়েছি। এজন সকলোৱে কোৱা বদনচন্দ্ৰৰ; আৰু ইজন পূর্ণানন্দৰ। বদনচন্দ্ৰ, বৰফুকন—বঙাচিলা দুৱৰাৰ ঘৰৰ। পূর্ণানন্দ, ৰাজমন্ত্ৰী,—কুৰিগঞা বুঢ়া-গোহাঞি-ঘৰৰ। দুয়োঘৰ শিৰফুটা, দুয়োঘৰ প্ৰাচীন। কিন্তু, কালৰ কি লীলা! বদনচন্দ্ৰ হল দেশদ্ৰোহী, অদূৰদৰ্শী, কূটশীল আৰু স্বাৰ্থপৰ, পূর্ণানন্দই নাম পালে স্বদেশপ্ৰেমিক, চিন্তাশীল, কার্য্যপ্ৰিয় আৰু অসাধাৰণ ৰাজনীতিজ্ঞ পুৰুষ—যাৰ তুলনা দিবলৈ সেই সময়ত আৰু আন এজন পুৰুষ ভাৰতবৰ্ষত নাছিল। অকল সেয়ে নহয়, তেওঁ ৰাজতন্ত্ৰৰ পুনৰ জন্মদাতাও। আমুৰী-বৃক্ষৰ ডালপাত, শিপা-ঠেঙুলীৰ দৰে আজিও আমাৰ মনত এইবোৰ ধাৰণায়েই দ্বাৰি ধৰি আছে। এনে ভাটনীৰে বান্ধ খাই থকা অৱস্থাত, ওলোটা-ওভোতাকৈ এজনৰ চৰিত্ৰভূষণ ইজনৰ চৰিত্ৰকলঙ্ক বুলি কৰলৈ গলে বা দুয়োজনকে তাৰ সমভাগী কৰিবলৈ ওলালে, যৎকিঞ্চিৎ নহয় যৎকিঞ্চিৎ ধাৰণাৰ কাঁইটীয়া থকা ভোটিঙিত ভুঁইকপৰ জোকাৰণি পৰিবই পৰিব।

## "মহামন্ত্ৰী বুঢ়াগোহাঞি"

ৰাজসভাৰ তিনি জনা ডাঙৰীয়াৰ ভিতৰতে ডাঙৰীয়া বুঢ়াগোহাঞিৎ এজনা। বৰগোহাঞি আৰু বৰপাত্ৰ গোহাঞিৰে সৈতে পৰামর্শ কৰি

এঙ ইতৰ বিষয়া আহোক ছাৰি বৰুৱাকো ভজাপতা কৰিব পাৰে। বৰ্ণ হলে, স্বৰ্গদেৱৰ আজ্ঞাৰে জৰাইচুকীয়া নিজা বিলতীয়া সেনা আৰু বৰ্জাবৰীয়া সৈন্য সৈ যুদ্ধলৈ যব লাগে। মৰ্যাদাতো ৰজাৰ পিছতেই। দোষীক দণ্ড দিব পাৰে, কিন্তু কাটিব নোৱাৰে। এগৰাকী বুৰঞ্জী লেখকে কৈছে :—বুঢ়া-গোহাঞি ঘৰৰ পূৰ্ণানন্দ "আহোমৰ এজন মহামন্ত্ৰী পুৰুষ আছিল।" ১৭০৩ শকৰ আহৰ মাহৰ পৰা ১৭৩৮ শকৰ চ'তলৈকে এই ৩৫ বছৰ কাল পূৰ্ণানন্দই যি অখণ্ড প্ৰতাপ আৰু বাহ্নীপানীয়েন ক্ষমতাৰে ৰাজমন্ত্ৰীৰ বাব ভোগ কৰি গল তালৈ চাই তেওঁ নিশ্চয় মহামন্ত্ৰী পুৰুষ আছিল বুলি কব লাগিব। ইমান দীৰ্ঘকাল ৰাজমন্ত্ৰী হৈ থকা লোক এজনাৰ জীৱনটি যে ঘটনাপূৰ্ণ নহব, তাত সন্দেহ নাই। এনেহেন, দীঘলীয়া জীৱনটিয়ে ঘটনাক সৰ্ব্বগ্ৰাস কৰিলেনে নাই, ঘটনাই জীৱনটিক সৰ্ব্বগ্ৰাস কৰিলে তাক হে "মহামন্ত্ৰী" পূৰ্ণানন্দৰ কাৰ্য্যাৱলীপাত বিচাৰি চাব লাগিব।

মন্ত্ৰীৰ বিশেষত্ব মন্ত্ৰণাত। নিজৰ স্বাৰ্থ বলি দিও, যি মন্ত্ৰীয়ে ৰাজ্য আৰু ৰজাৰ কুশল কামনা কৰে, সেয়ে হে উপযুক্ত মন্ত্ৰী।

"ৰাইজেই ৰজা জাতিয়েই গজা,
ৰাইজ নহলে বিহৰ ৰজা।"—

এনে প্ৰবাদবাক্য যি দেশত ৰচিত সেই দেশৰ শিৰৰ মুকুট ৰজাৰ স্বাৰ্থ অটুট ৰাখিব পাৰে যিজন বলী মন্ত্ৰীয় সেই জন হে প্ৰকৃত মহামন্ত্ৰী। এতিয়া ভাঙৰীয়া পূৰ্ণানন্দ বুঢ়াগোহাঞি ৰাজমন্ত্ৰী হৈ কি কৰিলে তাক চোৱা যাওক :—

সঁচা কথা—যি লাই বাঢ়িব ডুপতীয়াতেই চিন। পূৰ্ণানন্দ সৰুৰেপৰা স্বজাতিভক্ত আছিল যদিও, পৰশ্ৰীকাতৰ আছিল। গোহাঞি হৈ থাকোঁতেই দেউতাকক কৈ মোৱামৰীয়াৰ লগত যোগ দিয়া বৰবৰুৱাক তেওঁ হত্যা কৰোৱায়। পিতৃবিয়োগ হোৱাৰ পিছত, সেতিয়া তেওঁ নিজেই বুঢ়া-

গোহাঞি ডাঙৰীয়াৰূপে অধিষ্ঠিত হল, তেতিয়া লবাকালৰ অপূৰ্ণ-অহঙ্কাৰ আৰু বৰলোকালি ভাবৰোৰ নিজ-কাৰ্য্যাৱলীত ক্ৰমান্বয়ে প্ৰকাশ পাবলৈ ধৰিলে।

ৰজা গৌৰীনাথ সিংহ কামীয়া, দুৰ্ব্বল আৰু নপুংসকৰ দৰে জীৱনী-শক্তিবিহীন। মন্ত্ৰী পূৰ্ণানন্দ পৰমউৎসাহী, সবল আৰু উচ্চাকাঙক্ষাপূৰ্ণ। এনে স্থলত, জগন্নাথৰ জড়মূৰ্ত্তিযেন বহিৰজাই কৰা কুকাৰ্য্যবোৰৰ প্ৰত্যবায় নিশ্চয় চক্ৰস্থিত মধুমক্ষিকাৰেন উঠি-ৰজা মন্ত্ৰীৰ গাত পৰিবই পৰিব।

বুঢ়াগোহাঞিৰ মন্ত্ৰিত্বত দূৰদৰ্শিতা, স্বাৰ্থহীনতা আৰু সমদৰ্শিতা থকা হলে সেইবিলাক গুণৰ প্ৰভাৱেৰে তলতীয়া বিষয়াবিলাকৰ মাজত হোৱা বিৰোধাবিৰোধি ভাবৰ প্ৰতিবন্ধক জন্মাব পাৰিলেহেতেন; পূৰ্ণানন্দ বুঢ়া-গোহাঞি হোৱাৰ লগে-লগেই লালী নিছিগাকৈ বাৰ বছৰলৈ হবলগীয়া "মোৱামৰীয়া বিদ্ৰোহে" আৰৌ ওৰা পাতি লব নোৱাৰিলেহেতেন। মোৱা-মৰীয়া বিদ্ৰোহৰ প্ৰথম ছোৱাত তেওঁ যি বুদ্ধি-কৌশল, বল-বিক্ৰম আৰু কাৰ্য্য-তৎপৰতা দেখুৱালে, আৰু বছা-সৈন্যৰত যিৰূপে নতুন ৰাজ্য পাতিলে তাক দেখি বুৰঞ্জী-লেখক শ্ৰীনাথ দুৱৰা-বৰবৰুৱাই লিখিছে :—

"সেই বেলা মহামন্ত্ৰী বুঢ়াগোহাঞি ডাঙৰীয়া পক্ষীয়ে যেনেকৈ শিশু চটকক পখাৰে আঁৱৰি ৰাখে, সেইৰূপে ডাঙৰীয়াই ৰক্ষা কৰিছিল।"

গৌৰীনাথ সিংহ স্বৰ্গদেৱ ভটীয়াই গলত, তেওঁ অকলৈ নিজবুদ্ধি অনুসৰিয়েই নগৰ ৰক্ষা কৰি আছিল। এই খিনিলৈকে, বুঢ়াগোহাঞিৰ ফালৰপৰা, স্বৰ্গদেৱসকলৰ ডাঙৰীয়া-তন্ত্ৰৰ সম্মান অটুটভাৱে ৰক্ষা কৰা হৈছিল।

কিন্তু প্ৰশ্ন উঠে, ৰক্ষা কৰা হৈছিল কেনেকৈ?—ঢাল-বাৰু, হিলৈ-তৰোৱাল, তোপ-বৰতোপেৰে সুসজ্জিত, শিক্ষিত সৈন্যেৰে বাঁহৰ জোং, চুণ-ছাইখঁহা কাঠৰ দা-লোৱা অশিক্ষিত, অমাৰ্জ্জিত, প্ৰজাতন্ত্ৰ সমৰ্থনকাৰী এদল প্ৰজাৰ বিৰুদ্ধে বিৰাট অভিযান চলাই!

# দেশদ্ৰোহী কোন—ৰদন নে পূৰ্ণানন্দ

বিক্ষুব্ধ প্ৰজাৰ মনোভাব দমাবলৈ দুৰ্বাৰ ৰাজশক্তি যিমানেই কি প্ৰয়োগ নকৰক, সিমানেই সি ভোটা হৈ উফৰিবই উফৰিব। মোৱামৰীয়া-পক্ষৰ লোক, সমূহ প্ৰজা; আৰু পূৰ্ণানন্দৰ পক্ষৰ, সকল স্বৰ্গদেৱৰপৰা কিনিলোৱা অনুগত ভৃত্যসকল।

মোৱামৰীয়া বিদ্ৰোহ উলামূলা নহয়—এঠাইত কাটোঁতেও সাত ঠাইত গজিছিল! ৰাজ্যজুৰি অসন্তোষৰ ভাব বিয়পি পৰাত, পূৰ্ণানন্দৰ সেনাই তেওঁৰ লগএৰা বা ৰণখলত বিজুতি লগোৱা, নাইবা বিশ্বাসী মিময়াবিলাকে যুদ্ধ কৰিবলৈ অনিচ্ছা প্ৰকাশ কৰা একো আচৰিত নহয়। বহুত মানুহ-খিনি বুঢ়াগোহাঞি ভাজৰীয়ায়েই পতা। অথচ, সিহঁতক যেতিয়া বুঢ়া-গোহাঞে মোৱামৰীয়াৰ বিৰুদ্ধে ৰণ কৰিবলৈ ক'লে, তেতিয়া সিহঁতে ভুতি-মিনতি কৰি জনাই পঠালে বোলে, "আমি মৰা-তিকস্তা এৰি যাবও নোৱাৰোঁ, মোৱামৰীয়াৰে ৰণো নকৰোঁ। বুঢ়াগোহাঞি ভাজৰীয়া যেইৰূপে আছিছে, সেইৰূপেই শুচি যাওক গৈ। আমি যাব নোৱাৰোঁ।"

গোঁহতীয়া মন্ত্ৰিৰ প্ৰভুত্ব চলাব পৰাকৈ যেতিয়া বুঢ়াগোহাঞে মোৱা-মৰীয়া বিপ্লৱৰ শাম কটাব নোৱাৰিলে, তেতিয়া পাৰোঁতে সো দেৱক-গ'ৰ্ৰঁৰ নামতিয়াল ৰবৰকম্বাই খেদ কৰি কৈছিল সে বোলে, "এই কাঁড়ী-বাৰুৱতীয়েৰেই স্বৰ্গদেৱে যুদ্ধ কৰি অনেকবাৰ মমানকো জিনিছে। তথাপি, এই বাৰুৱতীয়ে মোৱামৰীয়াক দেখিলে মাত্ৰকে পৰাঙ্মুখ হৈ বিভঙ্গে পলায়। ঈশ্বৰ ঈশ্বৰীৰ ইচ্ছাতেই এইৰূপ হল। এতেকে, কালচক্ৰ বলৱন্ত বটে, বুজন নজায়।" মাউথে উঠিলে গুড়ি পকৰাবো যে মৰণ নাই, এয়ে তাৰ প্ৰমাণ। অৰ্থাৎ, পূৰ্ণানন্দৰ প্ৰতি প্ৰজাৰ একমন নহয়।

গৌৰীনাথ সিংহক "মতিচ্ছন্ন" বুলিলেও দোষ নাই। তেওঁ ৰজা হৈ কপ'হনেওঠা মানুহক ধৰি আনি প্ৰাণে মাৰোঁতে, চাপৰ মাৰি নাও-কৰা মানুহটোক কঠিন শাস্তি দিওঁতে, সৰু কালৰ সখি এজনৰ চকু

কাৰ্যোতে, তেওঁৰ অনুগ্ৰহ-নিগ্ৰহ কেতিয়া কাৰ ওপৰত পৰে তাৰ একো নিদৰ্শন নেপাওঁতে ৰাজ্যৰ ধৰণী বুঢ়াগোহাঞি ডাঙৰীয়াই যদি সুযুক্তি-সুপৰামৰ্শ-সুবুদ্ধি দিলেহেতেন, তেওঁৰ মন্ত্ৰিত্ব সাৰ্থক হ'লহেতেন।

স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ কাল পালেহি। ৰজাৰ ৰাৰণৰ দৰে তেওঁ এই ভূ-ভাৰস্বত তিনিটা কাম কৰি থৈ যাব নোৱাৰিলে, যথা:—তেওঁৰ ভায়েকক বিয়া দিব নোৱাৰিলে, নগঞা সিন্ধুৰাক মাৰি তাৰ মঙহ পুতেকক খুৱাব নোৱাৰিলে, বাহকটীয়া ৰবৰবৰৰ বধ কৰি মনৰ খেদ গুচাব নোৱাৰিলে। এই কেইটা মনৰ কথা মনতে মাৰ গ'ল। কিন্তু ৰজাৰ সোঁহাত পূৰ্ণানন্দ বুঢ়াগোহাঞি স্বয়ং ৰাজমন্ত্ৰী হৈ শাৰ্কোতে এনেবোৰ ৰাজআক্ষেপ-মিনোৰ পূৰণৰধাৰাই ৰাজমন্ত্ৰীৰ স্বাৰ্থ সিদ্ধি হব পাৰে সেইবোৰ প্ৰতিপালিত নোহোৱাকৈ থাকিব পাৰে নে? বুঢ়াগোহাঞে কৰিলে প্ৰতিজ্ঞা। যেই প্ৰতিজ্ঞা সেই কাম। ৰজা স্বৰ্গী হবলৈ হে পালে, বুঢ়াগোহাঞে ওপুতে-ওপুতে ৰবৰবৰাক মতাই অনাই বধ কৰালে। তাৰ অলপ পিছতে, নতুন ৰজাৰ সিংহাসনত বহুৱাই সিন্ধুৰাক প্ৰাণদণ্ড কৰিলে। এনেপ্ৰকাৰেই প্ৰজা-হিতাকাঙ্ক্ষী হবলগীয়া মন্ত্ৰণা-কাৰীয়ে প্ৰচাসংহাৰক ৰুদ্ৰমূৰ্ত্তি পৰিধাৰণ কৰাত গৃহকন্দলৰ বিষাক্ত-ভাবে দেশ চানি পেলালে। মোৱামৰীয়া বিদ্ৰোহৰ জুইত এই গৃহকন্দলৰ ঘিঁউ-জুই পৰিলত অসমৰ স্বাধীনতা তেতিয়াই এক প্ৰকাৰ ছাৰখাৰ হৈ গ'ল।

## "মোৱামৰীয়া যুদ্ধত বুঢ়াগোহাঞিৰ কৃতিত্ব"

যুদ্ধবিদ্যাত সুনিপুণ সেনাপতি আছিল যদিও নিজ-কৰ্ম্মদোষৰ ফলত ৰণৰ আহিলাপাতি সংগ্ৰহ কৰা আৰু সৈন্যবল গঠন কৰাত পূৰ্ণানন্দ পদে-পদে বিফল হৈছিল। প্ৰমাণ মোৱামৰীয়া-যুদ্ধপনেই। "ৰজাদেৱৰ কালৰ কোঞৰ, হিলৈদাৰী বাজুৱা হাজাৰ, ভিতৰুৱাল হাজাৰ এই দুই

হাজাৰে সহিতে অস্ত্ৰ-শস্ত্ৰ ধৰা সেনা অতি কমেও ৩০।৪০ হেজাৰ আছিল। সেনাপতিও অনেকটি আছিলে। ধাৰ বাৰুদ ভাল বুলিব নোৱাৰি আছিলে। ধাৰ কবি টকৌপাতৰ খুনত ভৰাই খাৰৰৰত বাখিমে, তাৰ আৰু ভাল-বেয়াৰ বিচাৰ নাই। কোনো কাহল ব'দ নেদেখি ফেকি গোটা বাদ্ধিছিলে। তাকে বৰলৈ নিয়ে। মোৱামৰীয়াৰ ফালে তাদৃশ অস্ত্ৰ-শস্ত্ৰও নাই, ১০।১২ হেজাৰমান মানুহ হে হব। সেনাৰ হাতত বাঁহৰ জোং, চুণ-ছাই সনা কাঠৰ দা. মাজে-মাজে দুই চাৰি ডাল শেল-বৰছা, লোৰৰ দীঘল দা ২।৪ খন, এই মাত্ৰ আছিল। তাতে ৰজাৰ ফালৰ সৈন্যই খেদি গৈ বণ ধৰক বা মোৱামৰীয়াই খেদি গৈএ বণ ধৰক, দুয়ো ফালৰ সৈন্য দেখাদেখি হলে আনাৰ সেনাপতি পিছ পৰে। ৰাজসৈন্যৰ মাজত সকলোৰে আগে হিলৈদাৰী। তেওঁবিলাকে সেই পুৰণা খাৰকে ৰণজনেদি জুই দিলে চেৰচেৰাই খাৰ মাটিত বাগৰি পৰে, জুই দিলে নেৰাজে। যদি কেনেবাকৈ এটা হিলৈ বাজি গুলি যায় ও, ভয়ত সেই হিলৈ পতাং বিপক্ষৰ পোন ধৰাত বিভ্ৰুতি হৈ ওপৰে বা অসুৰে গুলি যোৱাত সেই গুলি বিপক্ষে কোঁচ পাতি ধৰিছোঁ বুলি অহঙ্কাৰ কৰে। কাঁড়ীৰ কাঁড়, বিপক্ষৰ এৰিয়া কাপোৰৰ গাঁতি লগা, তাকে গাৰপৰা উঘালিছোঁ বুলি দেখায়। খাৰ আৰু এৰিয়া কাপোৰৰ দুৰ্গুণ নবুজি বিপক্ষৰ বৰ মহাত্মা, গুলি নাযায়, গলেও কোঁচ পাতি ধৰে আৰু হিলৈও নাৰাজে, ৰণজনৰ মুখে পানী ওলায়, কাঁড়ো নোসোমায়, এইদৰে কোৱাকুই কৰি ভয়াতুৰ হৈ আৰু সেনাপতিসকলে পাছত থাকি সেইবোৰ কথা শুনি অধিক ভয়াতুৰ হৈ আগেয়ে পলায়। মোৱামৰীয়াৰ ফালৰ প্ৰতিজনে ২।৩ খন এৰিয়া কাপোৰৰ গাঁতি, গোৰোৱা-লেটোৱা মুগাৰ ডাঠ চুৰিয়া পিন্ধা। কঁকালে গামোছা, মূৰে এৰিয়া গামোছা বা গৰুচকুৱা গামোছাৰ মথৰি। হাতত জেং বা দা লৈ, হুজপাতি-হুজপাতি ঢোল-দগ বোৱাই, অষ্টভুজ, ষষ্ঠভুজ, চতুৰ্ভুজ গোসাঁই

মেলেছ মাৰিবলৈ যায়।" মৈলেছ খাওঁ বুলি হাতে জোং লৈ ২০।৩০ মোৱামৰীয়া খেদি গৈ হাতীৰ কাষে, মোৱাৰ গাই ২।৪ মানুহকো খোচ লগালেই হাতীৰ চিঞৰ, মোৱাৰ হেঁহনি, মানুহৰ হাওহুইত সেই ভয়াতুৰ ৰাজজৈন্য পলাই যায়।"

এই সৈন্যৰেই ৰাজমন্ত্রী পূর্ণানন্দ বুঢ়াগোহাঞি ৰৰসেনাপতি। গছ নোহোৱা ঠাইত এৰা-গছকে ৰৰ-গছ পাতি লোৱাৰ নিচিনাকৈ ভয়াতুৰ বা অনিচ্ছুক সেনা-সেনানীৰ ওপৰত বুঢ়াগোহাঞিক ৰৰসেনাপতি পাতি নিপুণত্ব বা কর্তৃত্বৰ যে কিবা গৌৰৱ বঢ়োৱা হল, কব নোৱাৰি। বিশ্বাসহেৰুউৱা বা বিশ্বাসনিদিয়া বিশৃঙ্খল সৈন্যৰ ওপৰত সেনাপতিত্ব কৰাত আৰু কি হব নিপুণতা ?

সৈন্য-পৰিচালনা কৰা দায়িত্বতকৈ ভেম-অহঙ্কাৰৰ ম'ৰাছালি ধৰি থকাটো যে ৰৰসেনাপতি পূর্ণানন্দই আঁকোৰগজালি ভাবে ধৰি আছিল তাক ৰৰফুকনে মানঅনা সময়ত ভালকৈ দেখিবলৈ পোৱা হয়। বদন বৰফুকনে মানদেশৰপৰা চাৰি হেজাৰ সৈন্য লৈ অসমৰ অভিমুখে আহি হুকং পাইছেহি। এনেতে, এবাৰকৈ নহয়, দুবাৰকৈ চিংফৌৰ বাৰগাম আহি বুঢ়াগোহাঞিক "সঁকিয়াই দিছেহি যোলে পাটকাই পৰ্ব্বতত আচল ঠাই অনেক খানি আছে। এটা মানুহে এটি শিল বগৰাই দি হাজাৰো প্ৰাণী মৰা এনেও অনেক ঠাই আছে। তাতে কিছু সেনা থলে সিহঁতে হুকংৰপৰা টোপোলা ভাত আনি খাই সেই আচল ঠাই পৰ্ব্বতত যুঁজ কৰিব নোৱাৰি মৰিব বা পলাই যাব। যদি সেই মানুহ পাটকাই পাৰ হৈ আহিব পাৰিলে, আমাৰ চিংফৌ-খামতি লগেহি, সেই চিংফৌ-খামতিৰ এই চাউল-ভাত হাত-ভৰি-নিচিনা হব। চিংফৌ-খাম্‌তিয়ে সিহঁতক চাউল-ভাত নোযোগাই থাকিব নোৱাৰিব আৰু সিহঁতে সহিতে সমান ঠাইত যুজাও টান হব। এতেকে, পাটকাইলৈ সেনাপদাতি পঠালে, আমি চিংফৌ-খাম্‌তিয়েও সেই সেনাপতিৰ লগত থাকি মানেসৈতে ৰণ কৰিব পাৰিম।"

## দেশদ্ৰোহী কোৱ—বদন যে পূৰ্ণানন্দ

এনে বুলি চিংফৌৰ কটকীয়ে জনোৱাত বুঢ়া-গোহাঞে স্বভাৱসুলভ ডাম্ভোপমৰা কথাৰে মাত দিলে ;—

"মোৰ ওঠৰ কুম্পানী চিপাহী আৰু দুহেজাৰ কোঞৰ হিলৈদাৰী, তাত বাহিৰেও কাঁড়ী-বাৰুৱতী অনেক সেনা আছে—টোপোলা-ভাত আনি সিহঁতে কি ৰণ কৰিব ? নগণি আহক, আহিব দে।" এই বুলি, বাবগাম চিংফৌক বিদায় দি বুঢ়াগোহাঞে পাটকাইলৈ সেনা নপঠালে।

নপঠোৱাৰ ফলত হ'লগৈ কি ?—টোপোলা-ভাতখোৱা মান কেইটাই অসম দেশক জলুকি-জুলুকিকৈ শিকালে। দেশৰ ধৰণী হৈ এনে ভাৱে কৰ্তব্যত আওহেলা কৰাটো সুনিপুণ সেনাপতিৰ পক্ষে শোভা পায় নে ? বিপদৰ আগচুলিত ধৰিবলৈ সচেষ্ট নোহোৱা বা হব নোখোজা-বাবেই দেশখন ৰসাতললৈ নগল নে ? এই অবিমৃষ্যকাৰিতাত ৰাজ্যৰ প্ৰধান মন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঞি কিমান পঙ্কিলভাৱে নিমজ্জিত তাক ভাবি চাবলগীয়া।

### স্বাৰ্থপৰ, দয়া-মমতাহীন, দাম্ভিক বুঢ়াগোহাঞি

গৌৰীনাথ সিংহ স্বৰ্গী হোৱাৰ পিছত ক্ৰমান্বয়ে পাত্ৰ-মন্ত্ৰীসকলৰ যাই-যাই কেউজনেই বুঢ়া-গোহাঞিৰ আপোন-মানুহ হবলৈ ধৰিলে। পূৰ্ণানন্দ নিজেই বুঢ়াগোহাঞি—ৰাজসভাৰ প্ৰধান ডাঙৰীয়া ; ভায়েক দোলাকাষৰীয়া বৰুৱা, ভতিজাক মৰজিখোৱা, সিচাৱেকৰ পুতেক ৰাজখোৱা-ফুকন, পুখাৰেক বিলগভীয়া-পানীফুকন, ডেকাফুকন ইত্যাদি। স্বৰ্গদেৱ কমলেশ্বৰ সিংহৰ নিৰ্ব্বাচনো এক অসন্তোষৰ সংক্ৰামক বীজ। সেই বীজ ও ব'লে পূৰ্ণানন্দ বুঢ়াগোহাঞেই।

শিজৰি-ঘৰত তুলি, সিংহাসনত বহুৱাই, ৰজা পাতিবলৈ হ'লে, ৰাজকোঞৰ জনাৰ বংশত কলঙ্ক বা শৰীৰত খুণ থাকিব নালাগিব—নিৰ্ব্বিকাৰ ভাৱে সৰগ-দেৱতা ইন্দ্ৰৰ বীৰ্য্য পুৰুষানুক্ৰমে বৈ আহিব

নাগিব। কিন্তু কমলেশ্বৰ সিংহৰ গাত এই দুটা গুণৰ এটা গুণো নাছিল। গদাধৰ সিংহৰপৰা বাঢ়িঅহা কোঁৱৰ হলেও, তেওঁৰ পিতৃ-পিতামহৰ গাত আহোম-তেজৰ পবিত্ৰতাত ওবঁল লাগিছিল। সেই বাবে, পূৰ্ব্বাপৰ চলি অহা ৰজাঘৰীয়া নিয়মমতে তেওঁক ৰজা পাতিব নালাগিছিল। কিন্তু, "বুঢ়াগোহাঞে গৌৰীনাথ সিংহ মৃত্যু হোৱা দিনাই ছলেৰে ধৰি ৰজাপতা বিষয়া ববৰুৱাক মাৰিলে আৰু ৰজাপতা কামখিনি নিজে কৰি পূৰ্ব্বপুৰুষত ছিদ্ৰ থকা কিনাৰামক আনি কমলেশ্বৰ সিংহ নাম দি, ৰজা পাতি, সাক্ষী-অৱস্থাকৈ তেওঁ নিজেই ৰাজকাৰ্য্য কৰিবলৈ ধৰিলে।" পূৰ্ণানন্দৰ ইও এক ক্ষমতাৰ আৰ্ষপ্ৰয়োগ—আৰ্ষ নহলেও দেখাদেখি অপপ্ৰয়োগ। তদুপৰি, কিনাৰাম, ওৰফে কমলেশ্বৰ সিংহৰ দেউতাকে শলগুৰীয়া মহাজনত নামধৰ্ম বা শৰণ লৈছিল। এতিয়া, ৰজা হলত, বুঢ়াগোহাঞিৰ সূচনি আৰু ৰাজমাওৰ আদেশ-অনুসৰি কিনাৰামে তান্ত্ৰিক পথ লবলগীয়া হল। এই কথাতে শলগুৰি মহাজনত শৰণ লোৱা শিষ্যবৰ্গ বুঢ়াগোহাঞিৰ বিপক্ষে মূৰ দাঙি উঠিল। আৰু বুঢ়াগোহাঞেও সেই শিষ্যবিলাকক মাৰি নিষ্কণ্টক হবলৈ উঠি পৰি লাগিল। পাহৰঁতেনো, গৌৰীনাথ সিংহৰ ভাৰ্য্যা কমলেশ্বৰী দেৱীয়ে ইষ্ট-ইণ্ডিয়া-কোম্পানীৰ সহায় খুজিছিলগৈ নে? লাহি মুংবাও শকত ( ইং ১৭৯৮ চনত ) পানীমুৱা নামে এজন মানুহে গজলা-মহন্তক গুৰু লৈ জাতিবিচাৰ নকৰি একেলগে বহি, ৰাতি-ৰাতি সবাহ পাতি খোৱা-বোৱা কৰিছিল ইয়াকে ৰাতিয়া-মত বোলা হৈছিল। সেই সবাহত বুঢ়াগোহাঞিৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰা হৈছে বুলি পানীমুৱা আৰু গজলা-মহন্তক ধৰাই অনাই মহন্তক গাধত তুলি অৱশেষত মেলা হল। পানীমুৱাক চৌআলিৰ মাজত লোৱা লগাই থৈ তাৰ সাক্ষাতে ৰাতিয়া-মতত চলা মানুহবোৰক এফালৰপৰা হত্যা কৰি থোৱা হল।

বুঢ়াগোহাঞিৰ আদেশত কোনোৰ চকুকঢ়া হল, কোনোক মলৈ পেলা হল, কোনোক আকৌ কাঁচী-কৰতীত দিয়া হল। আলিয়েদি যোৱা কোনোবা বাটৰুৱাক পানীমুৱাই যদি, "হেৰা ককাই। এবে লগে থাইছিলোঁ-বৈছিলোঁ, এতিয়া মাত এষাৰকে নলগোৱা?" বুলি মাত দিলে, তেন্তে সেই বাটৰুৱাবো পিঠৰ ওপৰত প্ৰাণ গল! বুঢ়াগোহাঞিৰ নীতিয়া-মতলৈ ইমান আক্ৰোহ হৈছিল যে পানীমুৱাৰ লগত এবে লগে খোৱা-বোৱা কৰে বুলি, তেওঁৰ নিজা জেঠেৰিয়েক একজনকো মৰাই পেলাইছিল। ধৰ্ম্মমতৰ সামান্য প্ৰভেদ এটিত লাগিয়েই পূৰ্ণানন্দ বাজমন্ত্ৰীয়ে বাছবিচাৰ নকৰাকৈয়ে ৫০০ কৈ মানুহ নিষ্ঠুৰভাৱে হত্যা কৰোৱায়। বুঢ়াগোহাঞিৰ চৰিত্ৰৰ ওপৰত এই হত্যাকাণ্ডই ভীষণ কলঙ্কৰ গভীৰ কালিমা নৰছুৱায় নে? সাম্ৰাজ্যবাদ আকাঙ্ক্ষাই স্পৰ্শ কৰিব নোৱাৰা, নিজৰ দেশৰ হত্যাকাণ্ড যোৰকো গৰিহণা দিওঁতা একন নিৰপেক্ষ বুৰঞ্জীতৰ আলোচনা কৰা ইংৰাজ লোকে সেই হে লিখি গৈছে :—

"Life and Property were not safe for an hour at a time, whole families were massacred for alleged crimes of their ancestors though the supposed offenders preceded them by some generations, and five hundred individuals of rank, under a charge of conspiracy."

লাক্ৰি ভাপ:চৌত অৰ্থাৎ ইং ১৮০৯ চনত, কমলেশ্বৰ সিংহ মৃত্যু হলত বুঢ়াগোহাঞিৰ উদ্যোগতেই সেই কেনালগা বজাৰ ভায়েক চন্দ্ৰকান্তক সিংহাসনত বহুৱা হল। দেশৰ আৰ্থিক অৱস্থাৰ চেলু লৈ তেওঁৰ অভিষেক উৎসৱো পাতিবলৈ নহল। নৰঃ চন্দ্ৰকান্ত নৰা-খেমালিত মগ্ন; বুঢ়া পূৰ্ণানন্দ আপোন-অভিলাষ পুৰোৱাত ব্যস্ত।

কমলেশ্বৰৰ দিনত সমৰ্থীয়া মানুহেৰে ৰাজসভা গঠন কৰাত যিখিনি ত্ৰুটী

থাকি গৈছিল, এতিয়া চন্দ্ৰকান্তৰ ভনীয়েক মাজিউ আইদেওক পূৰ্ণানন্দৰ পুতেকলৈ, সক আইদেওক লান্‌ মাধৰ মহোদৰ ফুকনলৈ বিয়া কৰাই সেই-খিনি পূৰ কৰা হল। গৌৰীনাথৰ ৰাজত্ব গুটি-পচোৱা, কমলেশ্বৰৰ দিনত শিপোৱা পূৰ্ণানন্দৰ স্বাৰ্থপৰতা, পৰশ্ৰীকাতৰতা আৰু অহঙ্কাৰৰ কণিবিহ-এতিয়া চন্দ্ৰকান্তৰ ভোগত সংক্ৰামকৰূপে কেউকালে বিয়াপিবলৈ ধৰিলে। সকলোৱেই গাবলৈ ধৰিলে—মন্ত্ৰিবিদ্ৰোহৰ কথা—দেশদ্ৰোহৰ কথা নহয়।—ৰাজবিদ্ৰোহ কৰি পূৰ্ণানন্দৰ অসীম ক্ষমতাৰ পক্ষ পোৱাৰ পাৰিলেই ৰাজ্য ৰক্ষা হয়।

কিন্তু, তাকে কৰিবলৈ ৰাজক্ষমতাৰ কৱচ পিন্ধা পূৰ্ণানন্দই কেতিয়াও চল নিদিছিল। প্ৰজাৰ ভাবগতি দেখি তেওঁ উন্মত্তৰ দৰে হৈছিল। চন্দ্ৰ-কান্তৰ অভিষেক নহল বুলি যদি কোনোবাই কলে, তেওঁ হল ৰাজবিদ্ৰোহী। গোসানী পূজা নকৰি, গোসাঁই পূজা কৰিলেও হল ষড়যন্ত্ৰ কৰা, বৰফুকনে জীয়েকৰ লগত মানীৰ মান ৰক্ষা কৰি সাতখন চ'ৰা-নাও ভৰাই যৌতুকৰ দ্ৰব্যবস্ত্ৰ দিলে, সিও হল সিংহাসন-আক্ৰোহী। সামান্য মানুহ শতবাৰে যেনিবা সপদেৰে পিন্ধিব লগীয়া চোলা এটা পিন্ধিলেই, আৰু সেই চোলা পিন্ধা বাপে ভুলকৈ কোনোবাই ৰজা বুলি সেৱাকে জনালে বা, তথাপি তাৰে প্ৰতিশোধ লবলৈ গৈ পূৰ্ণানন্দই সমূহীয়া হিচাপে দেশৰ মুখিয়াল মানুহবোৰকো ৰাজবিদ্ৰোহত লেটপেটাব পাৰ নে? ৰাজহুৱা আৰু ব্যক্তিগত স্বাৰ্থ ৰাজ-নীতিৰ তুলাচালনিত সমানে জুখিব নোৱাৰি। এই দৰে সকলোকে বৈৰীভাৱ কৰি পূৰ্ণানন্দই গহিত কাম কৰিবলৈ কিবা বাকী থলে নে?

জগ চাৰিঙ্গীয়া-বৰুৱা, মধু ওজা, চাওডাঙৰ চন্দৰ শইকীয়াৰ চকু কাঢ়িলে; বলোৰামক ধুমেৰে খুন্দিলে; মুতিৰামক আঁচোৰাৰে আঁচুৰিলে; লখি আৰু হলিক কুঠাৰেৰে থপিয়ালে; গুৰুদত্ত চাংকাকতীৰ নাক আৰু বাওকাণ কাটিলে; লক্ষ্মীধৰ চাংকাকতীৰ বাওকাণ কাটিলে; ধনাইক শালত

চেপিলে ; মৃত্যুমক কৰবেতৰে কটোৱালে ; বুদ্ধু ওজাৰ জিভা কটোৱালে ; ধনিকবৰ বামক বৰশীত দিয়ালে ; দামোদৰ আৰু কুকুৰা:চোৱা লেখাৰুক কেঁচাই খাতী গোসাঁনীৰ আগত বলি দিয়ালে।

প্ৰজাৰ প্ৰত্যেক কাৰ্য্যতে যেতিয়া এনেকৈ ৰজাঘৰে ষড়যন্ত্ৰৰ বিভীষিকা দেখিবলৈ হয়, তেতিয়া সেই ৰজা বা তেওঁৰ শাসনৰ পতন অনিবাৰ্য্য। "বিচক্ষণ ৰাজনৈতিক মন্ত্ৰী, মহামতি পূৰ্ণানন্দ বুঢ়া গোহাঞি ডাঙৰীয়াৰ" তথাকথিত স্বদেশপ্ৰেমৰ আহুতিত শ-শ হৃষ্ট-পুষ্ট, বলিষ্ঠ, কৰ্ম্মিষ্ঠ লোকে অনা-জগৰতে জীৱন যাহ দিব লগীয়া হৈছিল ; যাৰ পূৰ্ব্বপুৰুষসকলে নিভাঁজ ৰাজভক্তিৰ পৰিচয় দিবলৈ গৈ দিখৌ-ব্ৰহ্মপুত্ৰৰ মাজত জাঁপ দি মৰিছিল, সেইবিলাকৰ সন্তানেই এতিয়া পূৰ্ণানন্দৰ কাৰ্য্যপ্ৰণালীৰ ওপৰত খড়্গহস্ত হল। নিজে কৰি লোৱা ঘটনাৱলীয়েই পূৰ্ণানন্দক সৰ্ব্বগ্ৰাস কৰিলে—গত্যন্তৰ নেদেখি পাছত তুচ্ছ কথাতেই কালহীৰা চেলেকি তেওঁ নশ্বৰ দেহাৰো অন্ত পেলালে।

## পূৰ্ণানন্দ আৰু বদনচন্দ্ৰৰ পাৰ্থক্য।

পূৰ্ণানন্দ যদি সৰবগুণীয়েই হলাহেতেন বা তেওঁৰ কিঞ্চিতমানো দীৰ্ঘ-দৃষ্টি থাকিলহেতেন, তেওঁ কেতিয়াও শত্ৰুৰামৰ লগত সহযোগ থকা বুলি বদনচন্দ্ৰ বৰফুকনক ধৰিবলৈ মহেশ্বৰ পৰ্ব্বতীয়া ফুকনক নপঠিয়ালেহেঁতেন। উজনিত বুঢ়াগোহাঞি ডাঙৰীয়া যেনে প্ৰতাপী, ভাটীত বদন বৰফুকনো তেনে প্ৰতাপী। যি-জন ৰজাৰ সম্মতিৰে পূৰ্ণানন্দ "বুঢ়া গোহাঞি" হব পাৰিছিল, সেইজন ৰজাৰহা সিংহাসনৰ পৰাই বদনচন্দ্ৰও ভাটীত "বৰ ফুকন" হৈছিল। চন্দ্ৰকান্ত সিংহক ৰজা-পতাত পূৰ্ণানন্দৰ যেনে স্বাৰ্থ, বদনচন্দ্ৰৰো তেওঁক সেৱা কৰি থকাত তেনে স্বাৰ্থ।

প্ৰথম বাৰ বৰফুকন হৈ থাকোঁতে, বদনচন্দ্ৰৰ পৰামৰ্শমতে হে দত্তৰাম—বিকা মজিন্দাৰ আদিক পঠিয়াই বৃটিছৰ সাহায্য-প্ৰাৰ্থনা কৰা হৈছিল।

বৃটিছ-সেনা আহি পালত হে পূর্ণানন্দই মোৱামৰীয়া উপদ্ৰৱৰ হাত সাৰিব পাৰিছিল। উজনিৰ জেকা-জঞ্জাল বুঢ়াগোহাঞ্ৰে যেনেকৈ ভাঙিব লাগিছিল, ভাটীৰ জেকা-জঞ্জালো বৰফুকনে হে তেনেকৈ ভাঙিব লাগিছিল। এনে স্থলত, সমানে প্ৰতাপী পূর্ণানন্দই বদনচন্দ্ৰক শতাই নাৰকীৰ লগৰ ৰাজ-বিদ্ৰোহী বুলি সন্দেহ কৰিব নালাগিছিল। সমানে সমানক অৱজ্ঞা কৰাতকৈ মহা অনিষ্টকৰ একো হব নোৱাৰে—বিশেষকৈ দেশ-শাসনত।

বৰফুকন বদনচন্দ্ৰই কামাখ্যা-মাধৱ দেৱালয়ৰ সোণৰ কোষা-অর্ঘ্য ভাঙি হাজাৰসিং বঙ্গালক ষাঠি হেজাৰ টকা দিয়া অৱশ্যে, ওপৰ-চকুৱা হৈ চালে দুখৰ বিষয় বুলি কব লাগিব। কিন্তু বদনচন্দ্ৰই সেই টকা আপোনাৰ স্বার্থসিদ্ধিতকৈও চেটিয়া বৰফুকনে কৰা অত্যাচাৰৰ প্ৰায়শ্চিত্ত স্বৰূপে হে ভৰিব লগীয়া হৈছিল। বুঢ়াগোহাঞি পূৰ্ণানন্দই বৃটিছৰ কাপ্তানক মাতি আনি ৰংপুৰ নাহৰবপৰা "সোণৰ অলঙ্কাৰ চাৰি লাখ, ৰূপৰ চাৰি লাখ, সোণ ৬২৫০ মোণ আৰু তাম-কাঁহ-পিতল-বস্ত্ৰ অলঙ্কাৰ যিমান দিলে তাক লেখি কোনে অন্ত পাব? নাও দুহেজাৰ খন, দন্তাল হাতী এটা, মাখুন্দী এজনী, হিলৈ চাৰি হেজাৰ" দিলে। লগে-লগে অসমৰ ৰাজভঁড়াল উদি হৈ গল। বৰফুকন বদনচন্দ্ৰই ষাঠি হেজাৰ টকা দিছিল বঙ্গালৰ হাজাৰসিংক, যাক আকৌ ৰাজনৈতিক ছিটিকাত পেলাই প্ৰতিপ্ৰায়শ্চিত্ত কৰাবলৈ আশা আছিল। কিন্তু, পূর্ণানন্দই যি অপ্ৰাৰিত ধন-সোণ উলিয়াই দিলে তাক আৰু কোনোৱা কাহানিবাকৈ উদ্ধাৰ কৰিব পৰা হব নে? একে সভ্যতাৰ আদর্শত পৰিপুষ্ট হোৱা এটা জাতিৰ লগত বিনিময় কৰাটো মঙ্গলজনক নে-ৰঘুমলা হৈ গা-গছকে ধ্বংস কৰা জাতি এটাৰ লগত আদান-প্ৰদান কৰা মঙ্গলজনক? আগৰটোৱেই যদি সমীচীন হয়, পাছৰ নিচিনা এটাক আমাৰ ওপৰত পঞ্জা পুতিবলৈ সুবিধা দিয়া বাবে বদনচন্দ্ৰতকৈ পূর্ণানন্দক কোন গুণে বেছি দুৰদর্শী বুলিব পাৰি?

বদনচন্দ্ৰই জীয়েক পীজৌ আইদেওৰ লগত তমকাৰ-তমকাৰ অলঙ্কাৰ-পাতি দি লিগিৰী-লিক্‌চৌৰে সৈতে সাতখন চ'ৰা নাও জোঁৱায়েকৰ ঘৰলৈ পঠিয়ালেই বেনিবা, তাতে নো তেওঁ এনে কি অগৰ লগালে যে তাৰ বাবে পূৰ্ণানন্দৰ "পুণ্যপ্ৰতাপত" কলুষ-কল্মষ লাগিল ? মানুহ দুৰ্ব্বল হলে হিতাহিত জ্ঞানৰ অভাৱ হয়, সামান্য লেজু ডালতে ফেঁটী সাপৰ বিভীষিকা দেখে। এনেৰূপে যাৰ মানসিক চিন্তাৰ ধাৰা অধঃপাতে যাব লগীয়া হয়, তেওঁতকৈ আৰু দুৰ্ব্বল ৰাজনীতিবিদ্‌ কোনোবা হব পাৰে নে ?

কোনোৱে-কোনোৱে কয়, পীজৌ গাভৰুৰপৰা হে বোলে স্বৰ্গদেৱৰ ৰাজ্যশ্ৰী লুপ্ত হল। পীজৌ গাভৰু বৰ ভাল ; বৰ ফুকনৰ উপযুক্তা কন্যা। তেওঁ বুঢ়াগোহাঞিৰ ঘৰত ভৰি দিয়েই ন-বোৱাৰী স্বৰূপেই পূৰ্ণানন্দৰ দোপাকী-তেপাকী কথা, অভ্যন্তৰৰ কূটমন্ত্ৰণা আটাইবোৰ টুকি ললে। যেতিয়া দেখিলে যে অনা-অগৰতে তেওঁৰ পিতৃক বধিবলৈ গুপ্ত ষড়যন্ত্ৰ চলিছে, তেতিয়া পীজৌৱে সেই বাতৰি নিদিয়াকৈ পাৰে কেনেকৈ ? বৰং ঘৰতে যেতিয়া শত্ৰুৰ দুহিতা স্বয়ং বিদ্যমান, পূৰ্ণানন্দ হে সদায় সতৰ্ক হৈ থকা উচিত আছিল। স্বৰ্গদেৱৰ ৰাজ্য যদি বুঢ়াগোহাঞে লখিন্দাৰৰ মেৰ-ঘৰকে কৰিব খুজিছিল, তাত নো আকৌ পীজৌৱে চিঠি সৰকাব পৰা কুচ্ছিদ্ৰ কিয় থৈছিল ? সেই বাবে বুঢ়াগোহাঞি হে অসাৱধানতাৰ দোষত দোষী।

বৰফুকনে সজ্ঞানে কিবা অত্যাচাৰ কৰিছিলনে নাই কব নোৱাৰি, কিন্তু পুতেক জন্মি-পিয়লিহঁতে বালকদাস হাতীক ভাং খুৱাই বলিয়া কৰি নামনি অসমৰ মানুহৰ মাজত মেলি দিয়াটো ৰায় বাহাদুৰ গুণাভিৰাম বৰুৱাৰ বুৰঞ্জীয়ে কয়। নিৰস্ত্ৰ মানুহৰ মাজত বলিয়া হাতী মেলি দিয়াৰ নিচিনা একোটা বীভৎস কাণ্ডত বৰফুকনৰ কিমান সহানুভূতি আছিল স্পষ্ট উল্লেখ নাই। তথাপি, "মৌনেন সম্মতিলক্ষণ" প্ৰকাশ পোৱা দেখা যায়।

গতিকেই, নামনি অসমৰ মানুহক বিষেষ চকুৰে চোৱা অপবাদৰপৰা বৰ-ফুকনক স্খালন কৰিব নোৱাৰি। কিন্তু বিজেতাই বিজিতক হেয় ভাবেৰে দৃষ্টি কৰা স্বাভাৱিক। সেই বাবেই, বাইৱা, বহুত দিন নামনি অসম ভোখৰ মোগল আৰু কোঁচৰ অধীনত থকা বাবে হলেও, স্বৰ্গদেৱৰ ৰাজ্যত চামিল হৈ থকা প্ৰজাই সেই কালৰ কিছুমান মানুহক অৱজ্ঞাৰ চকুৰে চাইছিল। সেই বুলি, বিশ্বাসী আৰু উপযুক্ত লোকক বৰুৱা, চৌধাৰী আদি ৰজা-ঘৰীয়া বিষয়-বাব দি যে বিভূষিত কৰা নহৈছিল, এনে নহয়।

সিপিনে কোঁচ, ইপিনে অসম আৰু দাঁতিত মোগলৰলগত সকলো প্ৰকাৰৰ সম্বন্ধ ৰাখিব লগীয়া হোৱাত স্বাভাৱিকতে তেওঁবিলাকৰ বুদ্ধিবৃত্তি-সম্পন্ন গতিবিধিত ৰবফুকনে তীক্ষ্ণ দৃষ্টি পেলাই থাকিব লগীয়া হৈছিল। এইবোৰ কাৰণৰ নিমিত্তেই ৰবফুকনে বাছকবনীয়া সকলৰ বাহিৰে নামনি কালৰ সাধাৰণ মানুহক বিশ্বাস নকৰিছিল। তদুপৰি সত্ৰাজিত, ভেলাই আৰু দম্ভুৱা দ্ৰোহৰ কথাও কোনেও পাহৰিব পৰা নাছিল। তথাপি, পূৰ্ণানন্দ বুঢ়াগোহাঞে ৰাজক্ষমত'ৰ বাষজৰী হাতত লোৱাৰেপৰা "পানীমুৱাৰ খণ্ডলৈকে" যতবোৰ নৰবধ পাপ কৰা হল, তাৰ তুলনাত বদনচন্দ্ৰ ৰবফুকনৰ নামনি অসমৰ মানুহমৰা কলঙ্কটিক চন্দ্ৰ-বদনৰ মুগ পহু-সিচিনা বুলিয়েই কব পাৰি।

"বদনচন্দ্ৰই মান আনি ঘৰ ঘৰৰ ভিতৰত ফেঁটী গোমসাপ মেলিলেহি।" বদনক সকলো দোষৰপৰা অব্যাহতি দিলেও এই গুৰুতৰ অপৰাধৰপৰা অব্যাহতি দিব নোৱাৰি; এইটোৱেই সকলোৰে মনত বদ্ধমূল ধাৰণা। কিন্তু, মানসৈন্য অসমত প্ৰৱেশ কৰাৰপৰা বদনচন্দ্ৰ ৰবফুকনক অশেষ লাঞ্ছনা দি মৰোৱালৈকে ঘটনাৰ আদ্যোপান্ত খাঁটি চালে ৰবফুকনৰ গাত যিমানবোৰ কলঙ্কৰ ছেকা সানি থোৱা হৈছে সিমান-বোৰ, বোধ কৰোঁ, পূৰ্ণানন্দৰ কালৰপৰা চালে, সানিব লগীয়া নহব।

বদন বৰফুকনেই অসমলৈ পোন-প্ৰথমেই মান অনা নাছিল। ইয়াৰ আগেয়েও, এবাৰ নহয়, দুবাৰ নহয়, তিনিবাৰকৈ অসমলৈ মান আহিছিল। এই তিনিউবাৰেই তেওঁবিলাকে অসম-ৰজাৰ কাৰেঙৰপৰা মনেঅঁটা ভাবভেটী লৈ আমাৰ ৰজাৰ লগত "ভাইৰজা" সম্বন্ধ ৰাখি ক'তো বন এডাল নমৰাকৈ নিজৰ দেশলৈ গুচি গৈছিল। ৰজাৰ পুতেক ৰজা হোৱা আমাৰ দেশৰ নিয়ম; ৰজাক কাঠৰ পুতলা যেনকৈ ৰাখি মন্ত্ৰীয়ে দেশশাসন কৰা নিয়ম নহয়। পূৰ্ণানন্দৰ অবাধ অত্যাচাৰৰ ফলত যেতিয়া ৰাজতন্ত্ৰৰ স্থিতি পদ্মস্থিত বটবৃক্ষৰ দৰে হল আৰু ৰাজমন্ত্ৰীৰ স্বেচ্ছাচাৰীতাই সকলোকে যেতিয়া তিতা লগাবলৈ ধৰিলে তেতিয়া হে উপায়ান্তৰ নেদেখি 'সপ্তম পুৰুষৰপৰা" সৰ্গদেৱক সেৱা কৰি অহা ৰজাচিলা দুৱৰাৰ ঘৰৰ বদনচন্দ্ৰ বৰফুকনে বিদেশী অথচ "ভাই ৰজাৰ" আশ্ৰয় লবলৈ বাধ্য হল।

নিজ-দেশৰ ৰাজতন্ত্ৰ পৰিবৰ্ত্তন কৰিবলৈ পৰদেশীৰ যে আশ্ৰয় লব লগীয়া হয় সি বদন ফুকনৰ মানঅনাতেই আৰম্ভ হোৱা নাই। জগতৰ বহুত জাতিৰ ভিতৰত, অন্ততঃ যিবোৰ জাতিয়ে বল-বিক্ৰমকে স্বত্ব বুলি ধৰে সেইবোৰ জাতিৰ ভিতৰতো এনে কাৰ্য্যৰ সূচনা হৈ আহিছে। অৱশ্যে, সেই পৰদেশী আহি যদি দেশৰ ৰাজহাড় ভাঙি থৈ যায়হি, তেন্তে নিমন্ত্ৰণকাৰী নিতান্তই দেশদ্ৰোহৰ পাপত লিপ্ত হব লাগিব। বদনচন্দ্ৰই মান আনিলে; আনি, নিজে মন্ত্ৰীফুকন পদ লৈ দেশৰ শত্ৰু কেইটাক হত্যা কৰোৱালে। জন্মভূমিৰ উমৈহতীয়া স্বাৰ্থত পথালি দিয়া লোকৰ প্ৰাণদণ্ডই সমুচিত প্ৰায়শ্চিত্ত—এই বিধি অসম-ৰজাৰ আমোলত এদিনীয়া নহয়। গণতন্ত্ৰৰ বিৰোধীদলক নিধন কৰি বৰফুকন বদনচন্দ্ৰই দেশত শান্তিস্থাপন কৰিছিলেই। কিন্তু, ১৭৩৮ শকৰ চ'তৰ ১ দিন যোৱাত বৃহস্পতিবাৰে বিহ খাই বুঢ়াগোহাঞি মৰাৰ পিছতে শাওণলৈ বৰফুকনক মৰোৱা হল।

বুঢ়াগোহাঞি মৰাৰপৰা বৰফুকনক মৰোৱালৈকে—এই চাৰিমাহ বুঢ়াগোহাঞি

পৰিয়ালৰ বা তেওঁবিলাকৰ লগত উজানদিওঁতাসকলৰ বাহিৰে সকলোৱেই শান্তি লাভ কৰিছিল—অন্ততঃ মানৰ উপদ্ৰৱ নোহোৱা শান্তি লাভ কৰিছিল।

অইন কি, মানসেনা লৈ সোমোৱাৰ পিছতে, মন্ত্ৰী-ফুকন বদনে পূৰ্ণানন্দৰ পুতেক ৰুচিনাথক মন্ত্ৰী-বাব লবলৈ আহ্বান কৰিছিল। ইযাৰদ্বাৰাই স্পষ্টকৈ বুজিব পাৰি যে বদনৰ আক্ৰোশ আছিল কেৱল পূৰ্ণানন্দৰ ওপৰত হে। মানক দেশ দিয়াৰ অভিপ্ৰায় থকা হলে বুঢ়াগোহাঞিৰ পুতেকক বুঢ়াগোহাঞি-পদ নেযাচিলেহেতেন।

বৰফুকনক মৰোৱা হল, আপোন মানুহৰ হতুৱাই নহয়,—ৰূপসিং বঙ্গালৰ হতুৱাই, দেখাদেখিকৈ নহয়—লুকাই-চুৰকৈ। অকল বঙ্গালৰ হতুৱা মৰোৱা যাই যে এৰা হৈছিল এনে নহয়, বহমন্ খাঁ নামেৰে তুৰুক এটাৰ হতুৱাই মৰাশটোৰ ওপৰতো আকৌ ঘা-মৰোৱা হৈছিল। এনে গাৰ নোম সিঙৰোৱা অপমানৰ বাতৰি যেতিয়া বিদ্যুৎ সঞ্চাৰে ব্ৰহ্মদেশত প্ৰচাৰ হলগৈ তেতিয়া হে সুখ সিংহৰ হাঁতোৰা মেল খাই আহিল। অচিৰেই অসম দেশ মান-অত্যাচাৰৰ দাবাগ্নিত দগ্ধ হৈ পৰিল। বদন বৰফুকন জীয়াই থাকিবলৈ পোৱা হলে, নাইবা, তেওঁক অশেষ লাঞ্ছনা দি নমৰোৱা হলে, "ভাইৰভাই" "ভাই বঙ্গাৰ" দেশখন এনেকৈ লণ্ডভণ্ড নকৰিলেহেতেন।

বদনে যদি সজ উদ্দেশ্যেৰে বিদেশীক ৰৰঘৰ সুমাওঁতে, ৰৰঘৰৰ গিৰিহঁত হৈ থকাসকলে যি হাতে আদা ৰুইছিল সেই হাতেৰেই ঠেঙুলি ভাঙিবলৈ দিলে-হেতেন অসমৰ স্বাধীনতা কেতিয়াও লুপ্ত হবলৈ নেপালেহেতেন। আনি ভ্ৰান্ত ধাৰণাৰ বশৱৰ্ত্তী হৈ অকল বদন বৰফুকনকে দেশদ্ৰোহী পাতিলে নহব। যিজনৰ এদনীয়া ক্ষমতাই এনেকৈ বদনচন্দ্ৰ বৰফুকনক দেশদ্ৰোহৰ বৈতৰণী নৈত মেলিলে সেই জনকো দেশদ্ৰোহী বুলিব লাগিব।

---

# অসমত ফিৰিঙ্গী

অসমৰ যৌৱন কালত কোচবেহাৰক সীমা কৰি তাৰ ভাটীফালৰপৰা যেয়ে আমাৰ দেশত প্ৰৱেশ কৰিছিলহি সেয়ে বঙ্গাল নাম পাইছিল। স্বাধীন ৰজাৰ স্বতন্ত্ৰবীয়া আদেশ শিৰোধাৰ্য্য কৰি অসমীয়া বিষয়াই বঙ্গাল-কটাতে এই বুলি টাৰ্ চিলিডি পুতি থৈছিলগৈ যে, সেই সীমা পাৰ হৈ যি-কোনো বঙ্গালেই আহক, অসমৰ অভিমুখে ব্ৰহ্মপুত্ৰই দি কেতিয়াও উজাই আহিব নোৱাৰে—যদি হে কিবা ৰজাঘৰীয়া কামত বা ৰাজকীয় কথাত আহিবলগীয়া হৈছিল, তেন্তে সি কপিলী-কলঙেদি হে অসম দেশত সোমাবহি পাৰিছিল। অসমীয়া মানুহৰ মানত তেতিয়া বিদেশী বুলিলে লেই-লেই-ছেই-ছেই, বঙ্গালৰ বস্তু বেহা-কিনা কৰা মহা পাপ আৰু বঙ্গালৰ আহি অনুকৰণ কৰাও অতি গৰ্হিত কাম। সেইদেখি, এটি বঙ্গাল বা বিদেশী আৰ্হি অসমত খিত দিলেহিয়েই, গুৱাহাটী চহৰৰ বৰফুকনৰ চৌলৰপৰা গড়গাওঁ নগৰৰ স্বৰ্গদেৱ-চ'ৰালৈকে গোটেইখন তল-ওপৰ লাগি গৈছিল। তাতে আকৌ অসমৰজাৰ অসম-তন্ত্ৰৰ ব'দ লৈ ডাঙৰ-দীঘল হোৱা অসমীয়া বিষয়াবিলাকৰ এইটো কথা বদ্ধিয়াকৈ জনাজাত আছিল যে এইখন অসম দেশ, ইয়ালৈ সোমোৱা বিদেশী মাত্ৰৰেই অভিপ্ৰায় মন্দ।

ৰজাৰপৰা প্ৰজালৈকে সকলোৰে এনে ৰক্ষণশীল আত্মপ্ৰতিষ্ঠা ভাবৰ শিকলি ডাল আঁটি-আঁটি বান্ধি লব পৰা বাবেই সমগ্ৰ হিন্দুস্থান মহতিয়াই অনা বিজয়ী মোগলৰ ঠাটকটককো অসমৰ দুৱাৰত থমক খুৱাই ধৰ পাৰিছিল। অসম সকলোতে অ-সম—এই ভাবত ৰণচালি

দি ফুবিব পৰানিমিত্তেই "ডাকিনীৰ দেশ" বুলি সকলোৱে অসমলৈ ভয় কৰিছিল। বঙ্গাল-বহিষ্কাৰ নীতি অনুশীলন আৰু অনুসৰণ কৰি অভ্যস্ত হৈ থকা গুণেই বামানয় শাস্ত্ৰৰ তীক্ষ্ণতৰ তৰোৱাল খনিও ইন্দ্ৰ-দত্ত হেংদানৰ আগত উফৰি গৈছিল।

অসমৰ এনে ভমকাফুলীয়া যৌৱন কালত অসম-বুৰঞ্জী লিখকে সমাজিকতো বাৰু কেতিয়াবা ভাবিব পাৰিছিলনে যে সেই আত্মপ্ৰতিষ্ঠাৰ শিকলিভাল ছিগি-ভাগি থানবান্ হব, ৰণচালি দি ফুৰা জাতি এটাৰ দেশ এখন শ্মশানশালী হব, ইন্দ্ৰদত্ত হেংদানত মামৰে ধৰিব, বিদেশী বঙ্গালে টিপিলখিলাব আৰু জীৱন্ত গৰগাওঁ নগৰখনি যাদুঘৰৰ প্ৰতিমূৰ্ত্তি ৰূপে "নিৰ্বাত নিষ্কম্প তৰংগিৰ" জঠৰ লাগি পৰি থাকিব ?

এতিয়া, কোঁচবেহাৰৰ সিফালৰ বঙ্গাল হে নেলাগে, বঙ্গালৰো বঙ্গাল আও-বঙ্গাল ইংৰাজৰ অনুগ্ৰহত অসমৰ তৃণতৰু জীৱ-জন্তম সকলোটি হয় ভয়ত, নহয়, কৃপাভিক্ষাত থৰহৰি কম্পমান।

তেতিয়া যীশুখ্ৰীষ্টৰ শক ১৬৩৯, যেতিয়া ফিৰিঙ্গী বুলিলেই অসমীয়াই ফৰিং-খেদা দিছিল। অসংখ্য বঙ্গাল সেনাৰ লগত অসম দেশ চাওঁ বুলি ক'ত এটা বগাবঙ্গাল অৰ্থাৎ ফিৰিঙ্গী আহি ক'ত এটা শগুন মাৰিছিল সিও আমাৰ চোৰাংচোৱা—চেংধৰাৰ তীক্ষ্ণদৃষ্টিত পৰি স্বৰ্গদেৱৰ শৰণাপন্ন হব লগীয়া হৈছিল। তেতিয়া শিয়াল কুঁচীৰ ওচৰৰ কোঁঠ এটিত আমাৰ আৰু বঙ্গাল সেনাৰ মাজত থৈয়ানথৈয়া ৰণ চলি আছিল।

"পাচে," ফিৰিঙ্গী এটা শিয়ালকুচী কোঁঠৰপৰা আহি শগুনলৈ হিলৈ মাৰিলে। আমাৰ মানুহে হিলৈৰ শব্দ শুনি খেদি গৈ ফিৰিঙ্গীটোক ধৰি আনিলে। পাচে, সকলে ফিৰিঙ্গীটোক লাইফ্‌ঙ্গজাঙ্গত কৈ (লাইফংজাং নামৰ মানুহ এটাৰ হাতত গতাই দি) বঙ্গাদেৱৰ ঠাইলৈ

দি পঠালে।" কথিত আছে, এই ফিৰিঙ্গীটোক হেনো ৰজাৰ আদেশ-মতে ডিঙিত ডাকু লগাই, সি যি বাটেদি আহিছিল সেই বাটেদিয়েই গুচি যাবলৈ এৰি দিয়া হৈছিল।

ইং ১৬৬১ চনটো অসমৰ নিমিত্তে বিষম চন। মীৰজুম্লাৰ সৈন্যই গড়গাওঁ নগৰখন লুৰিপুৰি নিয়াত জয়ধ্বজসিংহ মহাৰাজে হুক হুক্ কৰে কান্দিবলগীয়া হৈছিল। তথাপি, তেওঁ স্বদেশৰ সন্মান ৰক্ষা হওক, এই বুলি, গোসাঁঘৰৰ অপৰ্য্যাপ্ত ধন-সম্পত্তি আৰু ৰাজ্যৰ অগণিত প্ৰজা সমৰ্পণ কৰিও বিদেশীৰ ছাঁ নগৰকিছিল। সৌভাগ্যৱান মীৰজুম্লাৰ সেনাৰ লগতে আহি কেইজনমান ওলন্দাজ, আৰ্ম্মেণীয়ান আৰু পৰ্টুগীজ নাবিকে অসমত ভৰি দি ৰজা-প্ৰজাৰ অদ্ভুত স্বদেশৰাৎসল্য দেখি-শুনি কৈ গৈছিল, বোলে, "কোনো বিদেশী মানুহ কেতিয়াও অসমলৈ আহিব নাপায়।"

মোগল সেনাৰ লগত অহা মণ্ট্পিলাৰৰ এজন লেখে কৈ গৈছে, "এই দেশৰ (অসমৰ) মানুহবোৰ বৰ কাঠচিতীয়া। আমি লখৌ গড়কাষৰীয়া গাৱঁত থাকলৈ আহাৰ বিচাৰিলত গাৱঁৰ মানুহ-বোৰে আমাক চাউলৰ সলনি তুঁহ এগাল আৰু মাছৰ সলনি চোকোৰা এগাল খাবলৈ দিছিল। বাধ্য হৈ আমি তাকেই খাব লগীয়া হৈছিল। এনেহমানৰ পিছতেই, আমাৰ মাজত গ্ৰহণী ৰোগৰ প্ৰাদুৰ্ভাৱ হল আৰু বহুত সেনাৰো মৃত্যু হল। বিদেশীবোৰ এনেকৈ গৰু মৰাদি মৰা দেখি অসমীয়াইঁতে অতিশয় আনন্দলাভ কৰিছিল।"

১৬৬১ শকৰ—খৃ: ১৭৩৯—দিনকাৰ মাহত অৰ্থাৎ পুহ মাহত আমাৰ বুৰঞ্জীমতে তিনি জন আৰু সেইটৰ বুৰঞ্জীমতে চাৰিজন ফিৰিঙ্গী আহে অসম-ৰজাৰ কাৰেঙলৈ। সেই ফিৰিঙ্গী কেইজনৰ নাম যথাক্ৰমে বিল, গুড্-ব্ৰিন, লিষ্টাৰ আৰু মিল্। আমাৰ বুৰঞ্জীয়ে তেওঁলোকৰ নামকৰণ

কৰিছে গুদিম্ বিল, মিছিৰ বিল আৰু মিষ্টৰ বিল বুলি। (গেইটে লেখা মিলৰ নামটো মিলুছ অৰ্থাৎ কৰ্ণেল মিলুছ (Col. Miles) হে হব লাগে)। লৰ্ড মেনকষৰ মতে কৰ্ণেল মিলছৰ অধিনায়কত্বত এই কেইজন ফিৰিঙ্গীয়ে অসম দেশত লোণৰ বেপাৰ কৰিবলৈ আহিছিল। লোণৰ বেপাৰেই যে সিবিলাকৰ মুখ্য উদ্দেশ্য আছিল এনে নহয়; সম্ভৱ হোৱা যেন দেখিলে, ৰাজনৈতিক দুৰ্ব্বলতাৰ ছেগত কামোৰ মাৰি ইষ্ট ইণ্ডিয়া কোম্পানীৰ জাল তৰিবৰো অভিপ্ৰায় আছিল। তেতিয়া কাছিম-বজাৰত কোম্পানীৰ বেহা-বেপাৰ কৰা কুঠী আছিল। সেই কুঠীৰপৰা মিলুছ চাহাবে কেইনাওমান বালি-লোণ লৈ অসমত বেপাৰ কৰিবলৈ আহে। ইয়াত কেইবছৰমান বেপাৰ কৰি ফুৰোঁতে ৰাজধানীত বিদ্ৰোহ হয়। বিদ্ৰোহ দমাবৰ নিমিত্তে ৰজাই মিলুছলৈ সহায় খুজি পঠায়। বাকী কেইজন চাহাবেসৈতে গোটা খাই মিলুছ চাহাবে বিদ্ৰোহ থমালেহি। পুৰস্কাৰস্বৰূপে ৰজাই মিলুছক অবাধে লোণৰ বেপাৰ চলাবলৈ দিলে। "লোণ চেলেকাই" অসম-ৰজাক ইষ্ট ইণ্ডিয়া কোম্পানীৰ কৰতলগত কৰিবৰ মতলবেৰে মিলুছ চাহাবে গড়গাওঁ নগৰত এটি লোণৰ কুঠী পাতিবলৈ প্ৰস্তাৱ কৰি ৰজাত জনালে। ৰজাই কিন্তু did not wish him to establish himself in the country অৰ্থাৎ তেওঁক দেশত থিতাপি লবলৈ নিদিলে।

সেই সময়ত আমাৰ ৰজা স্বৰ্গদেৱ শিৱসিংহ মহাৰজা। উল্লিখিত চাহাব কেইজনে ৰাজ-কাৰেঙত সৰ্গদেৱক কিৰূপে আদৰ-সমাদৰ কৰিছিল, চাওক :—
ফিৰিঙ্গীহঁত অহাৰ বুজ পাই

"কাৰেঙৰ ভিতৰৰপৰা স্বৰ্গদেৱ বৰচ'ৰাৰ মুখলৈ ওলাই আহিল। তাতে ফিৰিঙ্গী তিনটাই পাঁচ মুৰা বেজী, তামোল-পাণৰ শৰাই দুখন আৰু দুখন কম্বল—ইয়াৰে মান ধৰি, ভূমি ছুই, দীঘল দি পৰি স্বৰ্গদেৱক সাতসেৱা কৰিলে।"

কমলেশ্বৰ সিংহৰ ৰাজত্ব-কালত ফৰাচী-বঙ্গাল চিভেলিয়াৰ ( Chevalier) ডাক্তৰ এন্‌চেল্‌ম্‌ আৰু মঁছিঅ' বেলার্ট ( Dr. Anselme and Monsieur Belart ) আহে গড়গাওঁ নগৰ চাববলৈ। তেওঁবিলাক অহাৰ উদ্দেশ্য আছিল অসম দেশৰ এখন মানচিত্ৰ আঁকিনিয়া। দিখৌৰেদি উজাই আহি ৰংপুৰ পোৱা মাত্ৰে তেওঁবিলাকক ৰাজমন্ত্ৰীৰ আদেশ মতে ৰাজ্যৰ বাজকৈ পঠিওৱা হল।

অসম-ৰজাৰ বৈদেশিক নীতি সম্পৰ্কে আলোচনা কৰিলে অসম-বুৰঞ্জীৰ মহিমাময় অধ্যায় দুটিমানে এই কেইটা কথা ফটফটীয়াকৈ দেখুৱাই দিয়ে :—

(১) পোন-প্ৰথম অৱস্থাত অসমৰ ৰজা-প্ৰজাই বিদেশীৰ নামত জুইতো খেৰ এডাল নিদিছিল।

(২) বিদেশীৰ ঘন সঞ্চাল হলত, পৰাক্ৰমী বিদেশীৰ আগত সকলো ভৌতিক সম্পত্তি অৰ্পণ কৰিও অসমীয়াই সিহঁতৰ হাতত বিবেকৰ স্বাধীনতা বিক্ৰী নকৰিছিল।

(৩) যুগ-অনুসৰি পৰিবৰ্ত্তন হোৱা ঘটনাৰ সোঁতত পৰিও স্বাধীন দেশৰ স্বাধীন ৰজাই পৰদেশী মানুহৰ আগত নিজৰ গৌৰৱ-পৰাক্ৰম আৰু সম্ৰম উপলব্ধি কৰাব পাৰিছিল।

অসম-বুৰঞ্জীখন পুঙ্খানুপুঙ্খৰূপে যিমানেই আমি চলিয়াই-জাঁহিয়াই চাওঁ, সিমানেই আমি দেখিবলৈ পাওঁ যে বুৰঞ্জী নাম সৃষ্টি হোৱাৰপৰা, কি ৰজা, কি প্ৰজা, সকলোৱে বিদেশী মানুহক তেলপানী স্বৰূপে অসমৰ মাটিত খিলঞ্জীয়াকৈ বহিবলৈ নিদিছিল।

## বিদেশী সমাগমৰ প্ৰথম সূত্ৰপাত

কূটনৈতিক বিদেশী সমাগমৰ প্ৰথম সূত্ৰপাত হয় স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ দিনত। তাৰ পূৰ্ব্বে যদিও হৈছিল, সেইবোৰ মাত্ৰ বালিৰ খোজৰ দৰে হে আছিল। প্ৰকৃত পক্ষে, গৌৰীনাথ সিংহৰ ৰাজত্ব-কালত

যে বিদেশীৰ গোঁজেই বৰ গছ হবলৈ সম্পূৰ্ণ এক্তিয়াৰ পায়। এক্তিয়াৰৰ মূল কাৰণ ষড়যন্ত্ৰ কন্দল, ভায়ে-ভায়ে কটাকটি-মৰামৰি,—"মোৱামৰীয়া বিদ্ৰোহ"। বিদ্ৰোহভোলাৰ গুৰি যিয়েই হওক, বিদ্ৰোহে কিন্তু আমাৰ দেশ জুকলা কৰিলে।

সেই সময়ৰ প্ৰজাৰ আৰ্থিক অৱস্থা আৰু সাহপিতলৈ চালে এইটো স্পষ্টকৈ সিদ্ধান্ত কৰিব পাৰি যে ষড়যন্ত্ৰ কন্দলৰপৰাই আমাৰ যিমান হানি হল, মানৰ অত্যাচাৰত হোৱা হানি তাৰ লগত তুলনাই নহয়। মোৱামৰীয়া বিদ্ৰোহে আমাৰ ৰাজ-কঁকালৰ জোৰা লৰাই দিলে।

কলিকতাত এচিয়াটিক চচাইটি স্থাপিত হোৱাৰ পিছতে, প্ৰাচ্য ভাষাত লিখা মূল্যৱান পুথিবিলাক বৃটিছ গৱৰ্ণমেণ্টৰ উদ্যোগত ইংৰাজী ভাষালৈ অনুবাদ কৰা হয়। ১৭৮০ খৃষ্টাব্দত হেন্ৰী ভেন্চিটাৰ্ট নামে এজন চাহাবে ফাৰ্চী ভাষাত লিখা "আলম্‌গিৰনামা" পুথিখনিৰ ইংৰাজী তৰ্জমা কৰে আৰু ১৭৮৬ চনত তেওঁ মৃত্যু হোৱাৰ পিছত ১৭৯০ চনৰ "এচিয়াটিক বিচাৰ্চ্চত" সেই অনূদিত "আলম্‌গিৰনামা" খন প্ৰকাশিত হয়। বৃটিছ জাতিক ইয়েই পোন প্ৰথমেই অসমীয়াৰ সাহপিত তেজবলৰ সম্বেদ দিয়ে। সেই পুথিৰ "আচাম বৃত্তান্তত" লিখা আছিল—

"আচামৰ মানুহবোৰ বৰ নীচ; ইহঁতৰ কোনো ধৰাবন্ধা নীতি-নিয়ম বা কোনো ঈশ্বৰত বিশ্বাস নাই। ইহঁত কাৰো হুকুমৰ বা নিয়মৰ তলতীয়া নহয়; নিজৰ খুচি গলে যিহকে ইচ্ছা তাকে কৰে। নীচ মনে যিহকে কৰে তাকে সিহঁতে ভাল বুলি ভাবে।

বঙ্গদেশৰ ভাষাৰ লগত সিহঁতৰ ভাষাৰ সমূলি মিল নাই। মুখৰ আকৃতি দেখিলেই মানুহবোৰৰ সাহবলৰ কথা বঢ়িয়াকৈ বুজিব পাৰি। কিন্তু, তাৰ লগে-লগে, চেহেৰাত ফুটুটিলেও, ভীষণ প্ৰকৃতি আৰু পাশৱিক স্বভাৱো দেখিবলৈ পোৱা যায়। কঠোৰ কাম কৰাত আৰু গাইগুটীয়া

বলত ইহঁতক বহুত জাতিয়ে বলে নোৱাৰিব। ইহঁত দুঃসাহসিক, নিৰ্ভীক, অসভ্য, যুদ্ধপিপাসু, প্ৰতিশোধ লবলৈ সাজু, বিশ্বাসঘাতকী আৰু ব্ৰহ্ম-ঠগী! ইহঁতৰ দয়া-ধৰম, মৰম-চেনেহ, বন্ধুত্ব-সৰলতা, সত্য-সন্মান, লাজ-বিশ্বাস, আৰু নৈতিক পবিত্ৰতা আদি একোটা নাই। ইহঁতৰ কঠুৰা হৃদিক্ষেত্ৰত দয়া-মৰমৰ গুটি কস্মিন্ কালেও পচোৱা হোৱা নাই।

প্ৰায় ছয়-সাত হেজাৰ অচমীয়া গা-চোৱাই ৰাক্ষসৰ মূৰ্ত্তি ধৰি নিৰ্ভীক চিত্তেৰে অস্ত্ৰ-শস্ত্ৰ লৈ সাজু হৈ দিনে-ৰাতিয়ে ৰজাৰ ওচৰত পহৰা দি থাকে। এইবোৰ ৰজাৰ বিশ্বাসী সেনা। সেই দেশৰ যুদ্ধ কৰা অস্ত্ৰ-শস্ত্ৰ হৈছে হিলৈ, তৰোৱাল, যাঠি আৰু বাঁহৰ ধেনুকাঁড়। অচমীয়াৰ গড় আৰু নাওবোৰত হিলৈ, ৰবতোপ আৰু ৰামচাঙ্গী তবজাই থোৱা থাকে। সেইবোৰ ব্যৱহাৰ কৰাত অচমীয়াহঁত বৰ কাজুৱা।— হতাহতিকৈ লাগিলে, এই জাতিটোৰ এটাৰ আগত অন্য জাতিৰ দুটাও তিষ্টিব নোৱাৰে।

"আচাম ৰজা বৰ অভিমানী"

অতি ক্ষমতাপন্ন পাৎশ্বাহৰ ওচৰতো এই ৰজাই কেতিয়াও সেও হৈ মূৰ দোঁওৱা নাই, নতুবা, কোনো কৰ-কাটল বা চৈ-পচাও শোধোৱা নাই। বৰঞ্চ, হিন্দুস্থান-অধিপতিৰ জগতজিনা সেনাৰ আক্ৰমণ ব্যৰ্থ কৰি জয়াশাৰ ওপৰত বামটাঙ্গোন হে মাৰিছে। ইহঁতৰ বিৰুদ্ধে যুদ্ধ-যাত্ৰা কৰিলে যিবোৰ বাধাবিঘিনিয়ে জুমুৰি দি ধৰেহি, তাক অতিক্ৰম কৰিবলৈ গৈ, জগদ্বিজয়ী বীৰ সকলো বিমোৰ হৈছে। কোনো শত্ৰুসৈন্য দেশত সোমালে অচমীয়াবোৰে দুৰ্ভেদ্য গড়ৰ মাজত সোমাই লৈ ছল-চক্ৰান্ত কৰি, ভাবুকি দেখুৱাই, চোৰাং আক্ৰমণ কৰি আৰু খোৱা-সমল অনা-নিয়া বাট-পথ বন্ধ কৰি শিবিলাকক পীড়িবলৈ ধৰে। এইবোৰ উপায়

যদি অথলে যায়, তেন্তে যুদ্ধ নিদি সিহঁত পৰ্ব্বতলৈ পলাই যায় আৰু নিজা ঘৰ-বাৰীবোৰ জুই লগাই খান্তাং কৰে। বাৰিষা শক্ৰছাউনীক বান পানীয়ে বেৰিলে, ছেগ বুজি, সিহঁত পৰ্ব্বতৰপৰা নামি আহে; আহি, পলাই যোৱাৰ পোটক তোলে। আৰু সিহঁতে এনেদৰে উৎপাত লগাবলৈ ধৰে যে নাজল-নাথল হৈ থকা সেনাবোৰ বন্দী হয়, নাইবা মৰণত শৰণ লয়। এই দৰে অসংখ্য সাহিয়াল পুৰুষ ধ্বংসৰ চাক-নৈয়াত পৰি চিৰকাললৈ চকু মুদিলে—এটি প্ৰাণীও জীয়াই নোথাকিল।

হিন্দুস্থানৰ মানুহে আচাম দেশক ডাইনী-যোগিনীৰ দেশ বুলি কয় আৰু অচমীয়াবোৰক যাযাপী বুলি ভাবে। সেই দেখি হিন্দুস্থানীহঁতে দেশৰ নাম উচ্চাৰণ কৰোঁতে বাৰম্বাৰ মন্ত্ৰ মাতে। সিহঁতে কয় যোলে আচাম দেশত ভৰি দিলেই অচমীয়াৰ ভেলেকী বানত ভোল গৈ কোনো মানুহ আৰু নিজৰ দেশলৈ উভতি আহিব নোৱাৰে।

"যি দেশ বিস্তীৰ্ণ, সমৃদ্ধিশালী, দুৰ্ভেদ্য, আপদ-বিপদেৰে পৰিপূৰ্ণ—যৰ আলি-পদূলি বাধা-বিঘিনিৰে ভৰা—যি-দেশ জয় কৰিবলৈ গলে অসংখ্য বিপদে জুমুৰি দি ধৰেহি—য'ৰ মানুহবোৰৰ জ্ঞান নাই—যাৰ আচৰণ পাশৱিক, ব্যৱহাৰ দুৰ্দ্ধান্ত—য'ৰ মানুহবোৰ দেখিলেই ভয় লাগে—মৰসাহসী, নিৰ্ভীক, বিশ্বাসঘাতকী আৰু সুসজ্জিত—য'ৰ অগণন বণুৱাবোৰ ৰণ কৰিবলৈ উৎকণ্ঠিত হৈ থাকে—য'ৰ মানুহে আঁৰৰপৰা শত্ৰুক আক্ৰমণ কৰিব পাৰে—যি-দেশৰ মানুহৰ আকাশলজ্ঞা, সুৰক্ষিত, খোৱা-সমলেৰে পৰিপূৰ্ণ কোঁঠ আছে—য'ত গাঁচিখোৱা খোৱাবস্তুবোৰ নি নি ধ্বস্ত কৰিবলৈ হলে বহুত দিন লাগে—যি-দেশৰ বাটবোৰত কাঁইটীয়া জোপোহা গছ ভৰি আছে (কোনৈহাৰাঁহ) আৰু বিশাল নদনদীয়ে হো-হো কৰিব লাগিছে, সেইখনি দেশ যে আল্লাৰ কৃপাত আৰু অশেষগুণসম্পন্ন পাৎশাহৰ প্ৰবল প্ৰতাপত

মছুলমান সৈন্যৰ হাতলৈ আহিব আৰু তাত যে মছুলমান-ধৰ্ম্মৰ বিজয় ধ্বজা পোতা হব, ভাবিলে সচাঁকৈয়ে স্তম্ভিত হব লাগে।"

মহম্মদ কাজিমে লিখা ওপৰোক্ত পেটতে হাত-ভৰি-সুকুৱা অসমৰ অপূৰ্ব্বটা বিৱৰণ পঢ়ি সেই সময়ৰ বাতৰি-কাকতত এজন অজ্ঞাত ইংৰাজ ৰাজনীতিজ্ঞই লেখিছিল, "ৰাজনৈতিক অৱস্থাৰ পাক-চক্র আৰু সুবিধাৰ ছিদ্র চাই অসম-দেশ অধিকাৰ কৰিবলৈ যত্ন নকৰিলে, এনেয়ে আক্রমণৰ অভিপ্রায় কৰি সৈন্য চলাৰ লাগিলে অভিযানৰ বিফলতা অনিবাৰ্য্য।"

মোগল পাৎশ্বাহসকলৰ দোলায়মান ঐশ্বৰ্য্য, ৰাজ্য-বিভূতি আৰু অপৰাজেয় বীৰত্ব ভাঙি-ছিঙি চুৰমাৰ কৰি ইংলণ্ডৰ বণিক সম্প্রদায়ে যি ৰাজনৈতিক কূটনীতিৰ বলেৰে দেশৰ পিছত দেশ, প্রদেশৰ পিছত প্রদেশকৈ গোটেইখন হিন্দুস্থান হস্তগত কৰিলে, সেই কূটনীতিকে অসমতো প্রয়োগ কৰিবলৈ ধৰিলে। সেই ৰাজনীতিয়েই কূট ৰাজনীতি, যাক প্রয়োগ কৰি এক পক্ষই অপৰ পক্ষক ভুৱা দিব পাৰে।

এটা শক্তিয়ে আন এটা শক্তিক ভুৱা দি আপোনাৰ অধীনলৈ আনিবলৈ শক্তিটোৰ প্রত্যেক মগজু থকা ব্যক্তিয়েই আপোন-আপোন শক্তি-অনুযায়ী চিন্তা কৰা উচিত। জাৰ্ম্মান জাতিৰ প্রত্যেক জন চিন্তাশীল পুৰুষেই চিন্তা নকৰা হলে ইওৰোপৰ প্রথম মহাসমৰত এণ্টোৱাৰ্প নগৰখন উৰাই দিবলৈ ৪০ বছৰৰ আগৰেপৰা প্রত্যেক জন জাৰ্ম্মানে আয়োজন নকৰিলেহেঁতেন। নন্দকুমাৰ "বিশ্বাসঘাতকী" ; তথাপি, তেওঁক হাত কৰি মীৰজাফৰৰ হাত-ভৰি কোঙা কৰিবলৈ বৃটিছ্ ৰাজশক্তিৰ গুৰিয়ালবপৰা আৰম্ভ কৰি সামান্য বেপাৰী ইংৰাজ এজনলৈকে অবিৰাম চেষ্টা নচলিলহেঁতেন। ভুৱা দিয়াই হৈছে বৃটিছ্-ৰাজনীতিৰ প্রথম প্রতিপাদ্য। এই প্রতিপাদ্যৰে গঁৰিলা লৈ খৃষ্টীয় ওঠৰ শ শতাব্দীৰ শেষৰ কুৰি বছৰত হিন্দুস্থানত বিচৰণ কৰা বৃটিছ-বণিয়া সকলে এটা চকু সদাই ধনে-সোণে সমৃদ্ধিশালী অসম দেশলৈ থিয়কৈ থৈছিল।

অসম দেশত বৈদেশিক নীতি ঘুণাক্ষৰেও স্খলন হবলৈ দিয়া নহৈছিল। বুৰঞ্জীৰ পাতটিইতেও ৰজা-প্ৰজা সকলোকে সেই নীতি অৱলম্বন কৰিবলৈ সোৰঁৰাই আছিল। কিন্তু কি হব? আপদ কালত ঔৰেও গল খজুৱায়; ধ্বংসৰ কালত জ্ঞানবুদ্ধি সকলো হত হয়। পাৰিপাৰ্শ্বিক অৱস্থাত বান্ধনীবোৰ যিমানেই কি আঁটি-আঁটি বন্ধা নহওক, হেলেকৃলেক্ হৈ সুলকি যায়। এতিয়া গৌৰীনাথ সিংহ মহাৰাজৰ কপালতো সেয়ে ঘটিল। মৰুৱা কন্দল—মায়ামৰীয়া বিদ্ৰোহেই ৰাহুৰূপে অসমৰ স্বাধীন চিন্তা গ্ৰাস কৰিলেহি, অসমীয়াৰ কটকটীয়া বৈদেশিক নীতি কৰবালৈ উফৰি গ'ল, অইন কি, অসমৰ সিংহাসনেই থকৰ-বৰক হবলৈ ধৰিলে। সিপিনে "আসাম লম," "আসাম লম" বুলি ভাবি-গুণি আশাপালি থকা বৃটিছ বণিয়াসকলক এই অন্তৰ্বিদ্ৰোহে সুবৰ্ণ সুযোগ উলিয়াই দিলে।

ইষ্ট ইণ্ডিয়া কোম্পানীৰ কৰ্তৃপক্ষসকলে দেখাদেখিকৈ ৰাজ্যগ্ৰাসকৰা নীতি অৱলম্বন কৰা নাছিল যদিও, ওচৰচুবুৰীয়া ৰাজ্যৰ অধিপতিসকলক বিপদত সহায় কৰি বেহাবেপাৰৰ বাট উলিয়াইলোৱা—নীতি হলে দেখা-শুনাকৈ চলাই আছিল। বিদ্ৰোহত ঠাৱৰিব নোৱাৰি আমাৰ স্বৰ্গদেৱৰ প্ৰতিনিধি গৈ যেতিয়া লৰ্ড কৰ্ণৱালিছৰ তাত শৰণে পশিল গৈ, তেতিয়া তেওঁ-বিলাকে আনন্দ মনেৰে বেল্‌ছ চাহাবক সৈন্য সামন্ত দি অসমলৈ পঠিয়াই দিলে। উদ্দেশ্য:—মায়ামৰীয়া-বিভ্ৰাটত নাজল-নাখল হোৱা ৰজা-প্ৰজাক থানথিত লগাই থাপি যোৱা। সঁচাসঁচিকৈয়ে বেলছ চাহাবৰ লগত অহা নিচেই তাকৰ "ৰজাটুনী" বিলাকে (মোৱামৰীয়া বিদ্ৰোহত যোগদিয়াসকলে গোঁৰা চিপাহীক 'ৰজাটুনী বুলিছিল) বিদ্ৰোহী প্ৰজাক দমাই ৰজাক সিংহাসনত বহুৱাই গল। কিন্তু এনে এটা "উপকাৰী" অভিযান এনেই যাব নে? বেপাৰী বৃটনক তো এটা সুবিধা লাগে। সেই বাবে, বেলছ চাহ'বে অসম দেশৰ ভিতৰুৱা অৱস্থা বিশদৰূপে বুজি স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ

নগত বাণিজ্যৰ সুবিধার্থে এখনি লেখা কৰি সন্ধি কৰিলে। বিপদত পৰি ত্ৰাহি-ত্ৰাহি চিঞৰা গৌৰীনাথ সিংহয়ো ক'ৰবাত পাৰপাওঁ বুলি স্বইচ্ছাতে সেই সন্ধিত সম্মতি জনালে।

"বৃটিছ্ গৱৰ্ণমেণ্টে সাহায্য কৰি যি উপকাৰ কৰিলে তাৰ বাবে উপকৃত হৈ মহাৰাজ স্বৰ্গদেৱ গৌৰীনাথ সিংহই সেই গৱৰ্ণমেণ্ট আৰু তেওঁৰ ভিতৰত প্ৰীতি-সম্ভাৱ স্থাপন হওক বুলি আৰু অসম-বঙ্গৰ প্ৰজাৰ মাজত তাৰ সুফল বিস্তাৰ হওক বুলি, বৃটিছ্ গৱৰ্ণমেণ্টৰ প্ৰতিনিধি কেপ্টেইন বেলছৰ পৰামৰ্শ অনুযায়ী তেতিয়ালৈকে চলাই থকা বাণিজ্যৰ কিছুমান নিয়ম উঠাই দিবলৈ সম্মতি জ্ঞাপন কৰে। আৰু দুয়ো দেশৰ প্ৰজাৰ সুবিধা-উপকাৰৰ অৰ্থে, সময় বুজি, এই ব্যৱস্থাৰ সালসলনি বা সংশোধনী কৰিব পৰাকৈ তলত লিখা নিৰ্ব্বন্ধবোৰ গ্ৰহণ কৰে :—

১ম :—অসম-বঙ্গৰ প্ৰজাবিলাকে তলত লেখা নিযমমতে আজিৰপৰা অবাধে সকলো প্ৰকাৰ বস্তুৰে বেহা-বেপাৰ কৰিব পাৰিব।

২য় :—আজিৰপৰা বঙ্গদেশৰ যেই-সেই বেপাৰীয়েই অসমৰ যেই-সেই ঠাইত তেওঁৰ ইচ্ছামতে বেপেৰুৱা বস্তু বিক্ৰী কৰিব পাৰিব। সেইবোৰৰ ওপৰত এই নিৰ্ব্বন্ধত বন্ধা মতে কোনো প্ৰকাৰৰ কাটল লগাব পৰা নহব।

৩য় :—বেহা-বেপাৰৰ সকলো আমদানী-ৰপ্তানী বস্তুৰ ওপৰত তলত লিখা মতে কাটল ( Duties ) ধাৰ্য্য কৰা হল :—

## আমদানী—অন্য ঠাইৰপৰা অনা বস্তু

(ক) ৮৪ তুলীয়া সেৰৰ ১০০ মোণ লোণত সাধাৰণতে ৪০০৲ টকাকৈ বেচ ধৰি সেই বেচৰ ওপৰত শতকৰা ১০৲ টকাকৈ কাটল লগোৱা হব।

(খ) মুকপৰ নয়নচুক, ( লংক্লথ ) তাৰৰ কাপোৰ( মাৰ্কিন ) দলিছা, তাম, সীহ, বগীটীন, তুলা-পাত, মুকুতা, লোৰ বস্ত, অলঙ্কাৰ, সুগন্ধি মছলা আৰু অসমলৈ অহা অন্যান্য বস্তুৰ ওপৰত সমানে শতকৰা ১০৲ টকাকৈ কাটল ধাৰ্য্য কৰা হল।

(গ) যুদ্ধৰ সঁজুলি আৰু ৰছদপাতি আমদানি কৰা নিষেধ:— কেনেবাকৈ সেইবোৰ অনা পালে তৎক্ষণাৎ বাজেয়াপ্ত কৰা হব। কিন্তু, অসমত থকা কোম্পানীৰ সৈন্যৰ নিমিত্তে অনা এই যুদ্ধৰ আহিলা পাতিবোৰৰ ওপৰত কোনো প্ৰকাৰৰ কাটল লগাব পৰা নহব।

## ৰপ্তানী—বিদেশলৈ পঠিওৱা

(ক) বিদেশলৈ পঠিওৱা প্ৰত্যেক বস্তুৰ মূল-বেচৰ ওপৰত শতকৰা দহ টকাকৈ কাটল বহুৱা হ'ল। এই অনুপাতে বস্তুৰ মূল্য ধৰা হৈছে :—

| | |
|---|---|
| মুগা চুৰিয়া—যোৰে ( সেৰত ৮৪ তোলা হিঃ ) | ৯৫৲ টকা |
| মুগা সূতা ... ... | ৭০৲ ,, |
| ভুলকীয়া ... .. | |
| হাতীদাঁত . ... | ৫০৲ |
| কাটি না ... ... | ৪৲ ,, |
| চপনা আৰু সুবী না .. .. | ৩।।০ ,, |
| মঞ্জিষ্ঠা ( মজাঠী ) ... .. | ৪৲ ,, |
| কপাহ .. ... .. | — |

(খ) যিবোৰ বস্তুৰ কোনো পৰিমাণ জখিব নোৱাৰি বা মূল্য ধাৰ্য্য কৰিব নোৱাৰি সেইবোৰ বস্তুৰ ওপৰতো খৰচ বাদে

প্ৰকৃত মূল্যত, শতকৰা, ওপৰতকোৱা নিৰিখেই কাটল লাগিব। কাটলুৱা ধনৰ সলনি বস্তুও সলাব পাৰিব। কিন্তু, বঙ্গ কিম্বা অসম দেশত আকাল হলে ধান চাউলৰ ওপৰত কাটল লগোৱা নহব। কোনোবাই স্বৰ্গদেৱক কাটলৰ ধন নিদি প্ৰৱঞ্চনা কৰিলে তাৰ সকলো সম্পত্তি বাজেযাপ্ত কৰা হব—তক বেপাৰ বাণিজ্য কৰিবলৈ দিয়া নহব।

৪ৰ্থ :—কাটলুৱা ধন সংগ্ৰহ কৰিবৰ নিমিত্তে গুৱাহাটী আৰু কান্দাহাৰত দুখন চকী বা থানা থাকিব—তাত কেইজনমান দুৱৰীয়া বিষয়া (এজেণ্ট) থাকিব।

৫ম :—কান্দাহাৰ চকীত থকা এজেণ্ট বা দুৱৰীয়া কেইজনে গুৱাহাটীৰ পৰা পচ্চিমে উৎপন্ন হোৱা বস্তু আৰু তাৰপৰা চালানি হোৱা আৰু ভাটিৰপৰা উজাই অহা বস্তুৰ কাটল সংগ্ৰহ কৰিব। সেই কাটলুৱা ধনৰ নিমিত্তে দুৱৰীয়া বিষয়া কেইজন সম্পূৰ্ণ দায়ী থাকিব। তেওঁবিলাকে উজোৱা-ভটিওৱা আটাইবোৰ নাও পৰীক্ষা কৰি নাৱৰ নালিকেইগতে কাটল-সম্বন্ধে পকাপকি বন্দবস্ত কৰি নাৱতযোৱা প্ৰত্যেক বস্তুৰ পৰিমাণ আৰু সংখ্যাৰ নিমিত্তে একোখনি "পাছ" বা অনুমতি-পত্ৰ দিব। সেই অনুমতি পত্ৰৰে নকল এখন তৎক্ষণাৎ গুৱাহাটীৰ এজেণ্টলৈ পঠাব। গুৱাহাটীত পত্ৰ দেখুৱাই, আৱশ্যক হলে, মুদৈবিলাক উজাই যাব পাৰিব।

৬ষ্ঠ :—গুৱাহাটীত থকা এজেণ্ট কেইজন গুৱাহাটীৰ উত্তৰে-দক্ষিণে আৰু পূবে নগাৱলৈকে উৎপন্ন হোৱা যিবোৰ বস্তু ৰপ্তানী কৰা হয় তাৰ কাটল সংগ্ৰহ কৰিবৰ নিমিত্তে দায়ী থাকিব। গুৱাহাটীতে ভটিয়নী নাৱত যোৱা বস্তুবোৰৰ বাবে এখনি

অনুমতি পত্র দিয়া হব। সেই পত্ৰৰে নকল এখন তাৰ এজেণ্টে কান্দাহাৰ চকীলৈ পঠাব। যাওঁতে কান্দাহাৰ চকী পোৱা মাত্ৰকে, এজেণ্টবিলাকে তৎক্ষণাৎ তাৰ মাল পৰীক্ষা কৰিব। কিয়নো, যাওঁতে গুৱাহাটীৰপৰা কান্দাহাৰ চকীলৈকে—এই ডোখৰ বাটত মুদৈবিলাকে নতুনকৈ মাল ভৰাব পাৰে।

৭ম :—এজেণ্টবিলাকক কাম কৰিবলৈ উদগণি দিবৰ নিমিত্তে আদায় হোৱা কাটিলুৱা ধনৰপৰা শতকৰা ১২৲ হিঃ পুৰস্কাৰ দিয়া হব।

৮ম :—এজেণ্টবিলাকৰ ভিতৰত এজনেই সিজনৰ জামিন হব। আৰু, সমজুৱাকৈ কেউজন এজেণ্টে সংগ্ৰহকৰা ধন নেখাওঁ বুলি আৰু কোনো বেপাৰত সোমাকে বা আওপাকে লিপ্ত নেথাকোঁ বুলি স্বৰ্গদেৱৰ কাগত লিখি দিব লাগিব।

৯ম :—প্ৰতি মাহৰ ১০ তাৰিখে হিচাপ দাখিল কৰিব লাগিব। সংগ্ৰহ কৰা ধনখিনি স্বৰ্গদেৱৰ মনোনীত সভাতিৰ হাতত সপ্তাহৰ অন্ততে দিব লাগিব।

১০ম :—জোখৰ নিৰিখ হব ৮৪ তোলাই এসেৰ আৰু ৪০ সেৰে এমোণ।

১১শ :—দুয়োফালে ৰাজনৈতিক বেমেজালিৰ আশঙ্কা থকা গুণে, কি বঙালী সদাগৰ, কি ইংৰাজ সদাগৰ, কি বিদেশী ভ্ৰমণকাৰী কাকো গৱৰ্ণমেণ্ট আৰু স্বৰ্গদেৱৰ বিনা অনুমতিত অসমত বাস কৰিবলৈ দিয়া নহব।

১২শ :—ইমান দিনে চলন্তি হৈ থকা বেহাবেপাৰৰ নিষেধাজ্ঞা যে স্বৰ্গদেৱে আজি বন্দ কৰিলে সেই বাবে ইংলিছ গৱৰ্ণমেণ্টৰ প্ৰতিনিধি কেপ্টেইন ৱেলছ চাহাবে অসমৰ সুপ্ৰতিষ্ঠিত আইন উলঙ্ঘা-

কৰোঁতা বঙালীবিলাকক আৰু এই চুক্তিভঙ্গকাৰীক দণ্ড বিহিবলৈ সম্মত হৈছে। সেই চুক্তি ভঙ্গ কৰি কোনোবাই যদি পৰস্পৰৰ ভিতৰত স্থাপিত হোৱা প্ৰীতিভাবত অপঘাট কৰে, তেন্তে তাকো স্বৰ্গদেৱে যথোপযুক্ত শাস্তি দিব লাগিব।

সন্ধিপত্ৰখনৰ নকল একোটা এনেভাৱে সকলোৰে চকুত পৰা ঠাইত আঁৰি থব লাগিব যাতে কোনেও ইয়াৰ বিষয়ে আসৈ মাতিব নোৱাৰে আৰু কেপ্টেইন ৱেলছক অনুৰোধ কৰা হ'ল, তেওঁ যেন ইয়াৰ নকল এটা ইংলিছ গৱৰ্ণমেণ্টলৈ পঠিয়াই দিয়ে।

চহী স্বৰ্গদেৱ মহাৰজা

টমাছ্ ৱেলছ্ কেপ্টেইন্ গৌৰীনাথ সিংহৰ

চাব-মোহৰ

এই সন্ধিপত্ৰৰদ্বাৰাই স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ উপদ্ৰৱ-ভয় নিবাৰণ হল সঁচা, কিন্তু ইয়ান দিনে বিদেশী সোমাবলৈ সাহ নোপোৱা কুম্ভাক্ষ-জলাটো হলে ভোমোলা হৈ পৰিল। সেই ভোমোলা জলাইদি বাণিজ্যৰ নাম লৈ ফিৰিঙ্গী বণিকবিলাকে অসম ৰাজ্যত হো-হো কৰে বিদেশী সমাগমৰ সোঁত বোৱাই পঠিয়ালে। পূৰ্ব্বে অসমত কানি আছিল যদিও, বৰবিহ হৈ অসমীয়াৰ সাহপিত-উৎসাহ-উদ্যমৰ পুলি-পোখা খানিব নোৱাৰি-ছিল। ৱেলছৰ অভিযান আৰু এই সন্ধিপত্ৰৰ বলত বেলতলাত আফু গছে আলুৰে-কলাপুলিয়ে খানিবলৈ ভালকৈ শিপাই ললে। ডুখৰীয়া লোণৰ ঠাইত বালিলোণ সোমালহি। মুগা-মেজাঙ্কৰী-খাৰুৱা কাপোৰৰ ঠাইত নয়নচুক-চিট-তাৰৰ কাপোৰে অসমীয়াৰ গা ঢাকি পেলালেহি। আমাৰ ওচৰচুবুৰীয়া ভঙ্গীভাই নগা-চিংফৌ বিলাকক লোণ-কানি চেলেকাই বৰী কৰাৰ দৰে ব্ৰিটিছৰ বাণিজ্য-নীতিয়ে আমাৰ আমিষকো পাহৰাই

পেলোৱালে। সন্ধিপত্ৰখন আঁতি-গুৰি মাৰি খঁহিয়াই চালে এইটো কথা স্পষ্টকৈ ওলাই পৰে যে বৃটিছৰ স্বাৰ্থত চিকুট মাৰিব পৰা কোনো এটা চুক্তিয়েই তাত নাই। বিদেশী পৰ্য্যটকক অসমত থাকিবলৈ দিয়া নহব, কিন্তু কোম্পানীৰ ফৌজ হলে থাকিব পাৰিব। বিদেশৰপৰা বিনা কৰে অসমলৈ আগ্নেয় অস্ত্ৰ আনিব নোৱাৰে; কিন্তু কোম্পানীৰ ফৌজক হলে বিনা কাটলতে সেইবোৰ যোগাব লাগিব।

ইয়াত যি ছিদ্ৰ থাকি গ'ল, সি যে আমাৰ কিমান হানি কৰিলে তাক ভাবিলেই মূৰ ঘূৰি যায়। আমাৰ আৰ্থিক অৱস্থাত ই ৰামটাঙোন নছৰালে; বুদ্ধি-সন্ধি উৎসাহ-উদ্যমত সোপা দিলে। ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ দিনত যি অসমীয়াই ৫০ মাইল দূৰৈলৈকে গুলী মাৰিব পৰা বৰ-তোপ সাজিব পাৰিছিল, সেই অসমীয়াই এতিয়া বঙালহাট বা হাদীৰাচকীত থকা যুৰপীয় সদাগৰবপৰা হাতনলীয়া ছিলৈ কিনিয়েই সন্তুষ্ট থাকিব লগীয়া হল। সন্ধিৰ আগৰেপৰা গুৱালপাৰৰ যুগীঘোপাত থাকি কাৰবাৰ কৰা যি মিষ্টাৰ বচ চাহাবক বৰকথা মতা বাবে অসমীয়াই কাটি টুকুৰা-টুকুৰ কৰিছিল সেই চাহাবৰে জাতিভাই অন্যান্য চাহাবক দেখি এতিয়া সেই অসমীয়ায়েই স্তুতি-বন্দনা কৰিবলৈ ধৰিলে;—

"পৃথিবীত যত লোক আছয় মহন্ত।
সাহাবক তাৰা সবে সদা বখানন্ত॥
আনকো শিখায়ে নীতি বিদ্যা যত যত।
ৰণকো জানন্ত মহা মহন্ত পণ্ডিত॥
দুষ্টক মাৰন্ত সিটো সন্তক ৰাখন্ত।
দৰিদ্ৰক ধন দিয়া মনক পুৰন্ত॥"

কানি ৰৰবিহ আৰু বিদেশী মোহৰ প্ৰভাৱত পৰি অসমীয়াৰ উত্তেজনা শক্তি ৰহিত হল। বিদেশী বেপাৰীয়ে অনুগ্ৰহকৈ হাতেচুকিপোৱাতে

যোগাই দিয়া বাবে 'শোকোত্তা-দি-মুকুত্তা'' লৈছো যেন ভাবি অসমীয়াই সকলো বস্তুৰে আৰ্জ্জন কমাই আনিবলৈ ধৰিলে। দেশত দ্ৰব্যবস্তু মহংগা হ'ল।

''সামুদ্ৰিক লোণ, বঙ্গাল দেশৰ কাপৰ লোৱা ব্যৱহাৰে চলিবলৈ ধৰিলে। তথাপি ধান্য প্ৰতি টকাই ১৬।২০ পুৰা, লোণ এটকাত ১০৲ টকা, মুগা সুতা ৩৲।৪৲ টকা, পাট সুতা ৪৲।৫৲ টকা, কপাহী সুতা, এৰি সুতাৰ সেৰে ৸৹।১৲ টকা, মাহ পুৰাত ৶৹ অনা, সৰিয়হ ৶৹, মতা মহ ১০৲, মাইকী মহ খীৰতী ২০৲।২৪৲ টকা, ডিকা ১২৲।১৪৲, গাই ৩৲।৪৲ টকা, বলদ ৪৲।৫৲ টকা, গুণা ১৸৹।২ ।

পাছলৈ এই মূল্য ক্ৰমাং বৃদ্ধি হবলৈ ধৰিলে। অসমৰ সোণ চুঁচি বিদেশী বঙ্গালে লৈ গ'ল। অসমৰ আৰ্থিক অৱস্থা দিনক দিনে বেয়া হৈ আহিবলৈ ধৰিলে। এয়ে ৰাষ্ট্ৰবিপ্লৱৰ পৰিণতি।

সন্ধি হোৱাৰ পিছতে, বৃটিছ গৱৰ্ণমেণ্টে দেশীয় ৰাজ্যত হস্তক্ষেপ নকৰা নীতি অৱলম্বন কৰিলে। ৰাজনীতি মাত্ৰেই সময় আৰু সুবিধাসাপেক্ষ। সেই বাবে সেই নীতি চিৰস্থায়ী হব নোৱাৰিলে। দেখাদেখিকৈ, কোম্পানীয়ে দেশখন হস্তগত কৰা নাছিল যদিও, ৱেলেল, উড্, হেমিণ্টন্-চেচুন আদি চাহাবে অসমৰ মানচিত্ৰ, ৰাজনৈতিক অৱস্থা আৰু আৰ্থিক সমৃদ্ধি সম্বন্ধে তলে-তলে অসম দেশখন এক প্ৰকাৰ হস্তগত কৰি লৈছিলেই।

সোৱাই-সোৱাই ভাৰতবাসীৰ তেজ শুহিব পৰা নীতিত অভ্যস্ত কোম্পানীৰ কৰ্ম্মচাৰীবিলাকে ''দেশীয় ৰাজ্যত হস্তক্ষেপ নকৰা নীতিৰে'' আভুৱা ভাৰি, সম্পূৰ্ণৰূপে অসম দেশ অধিকাৰ কৰিবলৈ ২৫ বছৰলৈকে বাট চালে। চৰা শতাব্দীৰ মূৰত আকৌ ভাগ্যবান্ বৃটিছৰ কপালত পদুম ফুল ফুলিল।

মানৰ অত্যাচাৰত আমাৰ দেশ উপান্ত হল। আকৌ অসমে বৃটিছৰ সাহায্য ভিক্ষা কৰিব লগীয়া হল। অনতিপলমেই সাহায্যও লাভ হ'ল।

কিন্তু, এই বেলি, ই সাহায্য হলেও, গৌণভাৱে বহুত দিনৰপৰা গাঁঠি থোৱা আশা-অভিলাষ পূৰাবলৈ দৃঢ়তৰ মুঠিৰে হেঁচা মাৰি ধৰা বৃটিছৰ দেখাদেখি খাসোচা। কাচাৰৰ সীমাত মানহঁতে হাত দিয়াত পৰৰাজ্যত হস্তক্ষেপ নকৰা নীতি ক'ৰবালৈ উৰি গল। ইংৰাজে মৰম কৰি অসম ৰজাক এই বিপদ কালত সহায় কৰিবলৈ কঁকালত টঙালি বান্ধি আগবাঢ়ি আহিল আৰু তেওঁবিলাকৰ উদ্যোগতে ১৮২৪ চনৰ এপ্ৰিল মাহত এই ইস্তাহাৰখনি অসমীয়া প্ৰজাৰ মাজত প্ৰচাৰিত হল :—

"হে আসাম দেশীয় প্ৰজাৰা, তোমৰা উত্তমৰূপে জ্ঞাত আছ যে কয়েক বৎসৰাবধি ব্ৰহ্মদেশীয়েৰা তোমাৰদেৰ দেশে উপদ্ৰৱ কৰিতেছে এবং তাহাৰদেৰ অধিকাৰকালাবধি তোমাৰদেৰ ৰাজাকে সিংহাসনচ্যুত কৰিয়াছে ও দেশে লুঠ কৰিয়া অনেক ব্ৰহ্মহত্যা ও গোহত্যা ও স্ত্ৰীহত্যা কৰিয়াছে এবং নানাপ্ৰকাৰ অৱক্তব্য দৌৰাত্ম্য ও কুব্যৱহাৰ কৰিয়াছে, তাহাতে তোমাৰদেৰ দেশীয় অনেক লোক ভাৱগ্ৰস্ত হইয়া আমাৰদেৰ শৰণাপন্ন হইয়া সেই সেই স্থান হইতে সৰ্ব্বদা আমাৰদেৰ সহায়তা অপেক্ষা কৰিতেছে। সে যে হউক, যে দুখেতে তোমৰা দুখিত ছিলা, সে দুখ দেখিয়া আমৰা বৰ কাতৰ ছিলাম, কিন্তু ঐ সময় আবাৰ ৰাজাৰ সহিত আমাৰদেৰ মিত্ৰতা ছিল, তৎপ্ৰযুক্ত আমৰা ঐ বিষয়ে হাত দিতে পাৰি নাই। সম্প্ৰতি ব্ৰহ্ম-ৰাজ্যেৰ অধ্যক্ষেৰা আমাৰদেৰ অধিকাৰস্থ কাছাড আক্ৰমণ কৰাতে ও ঐ স্থানে আৰ আৰ দৌৰাত্ম্য কৰাতে ও নানাপ্ৰকাৰ অহঙ্কাৰ ও শত্ৰুবৎ বাক্য কথনেতে অৱশেষে আমৰা যুদ্ধে প্ৰবৃত্ত হইয়াছি। এবং তোমাৰদেৰ অপেক্ষিত সময় অৰ্থাৎ যাহাতে তোমৰা আপনাৰদেৰ অন্যায়কাৰকদেৰ হাত হইতে

মুক্ত হইতে পাব এমত সময় এই উপস্থিত হইয়াছে। যেহেতুক আমাবদেব জয়ি সৈন্য যে পর্য্যন্ত গিয়া না উলঙ্ঘন কবিয়াছে এব ঐ অসভ্য সৈন্যবদিগকে ব্রহ্মকুণ্ডেব ওদিকে তাবিবে দিয়াছে, এবং যে পর্য্যন্ত তোমাবদেব এই উপদ্রব দেশে শান্তি ও নির্ভয়তা না হয়, সে পর্য্যন্ত আমবা নিবৃত্ত হইব না। অতএব বর্ত্তমান ও ভবিষ্যৎ কাবণ নিমিত্তে নির্ভয় হইয়া তোমবা অগ্রসব হও। এবং আমাবদেব সৈন্যেব আহাবীয় দ্রব্য যোগাও, তাহাব মূল্য নগদ দেওয়া যাইবে। এব যাহাবা তোমাবদিগকে এত ক্লেশ দিয়াছে তোমবা সময় পাইলে তাহাবদেব প্রতিহিংসা কবিতে ছাবিও না। তোমাবদেব বাজ্যজয়কবণ পিপাসাতে আমবা আইলাম না। কিন্তু আপনাবদেব বক্ষাথে ভাবাক্রান্ত হইয়া শত্রুবদেব নাশার্থ আসিয়াছি, যাহাতে তাহাবা আমাবদেব উপব আব দৌবাত্ম্য না কবে। অতএব, তোমবা নিরুদ্বেগে থাক, আমাবদেব শত্রুদিগকে যে পর্য্যন্ত নিঃশেষরূপে আসাম দেশ হইতে দূব না কবি সে পর্য্যন্ত আমবা আসাম দেশ ত্যাগ কবিব না। এবং তোমাবদেব বাজ্য এমত পুনঃ স্থাপন কবিব যে তাহাতে তোমাবদেব সুখ ও বাজ্যেব মঙ্গল বৃদ্ধি হইবে।"

মান খেদাওঁ বুলি দয়াশীল বৃটিনসন্তানসকল অসমত সোমালহি। আমাব দুখত সিবিলাকব হিয়া গলি গল। আশ্বাস দিলে, "যেতিয়া-লৈকে তোমালোকব দেশত উপদ্রব হৈ থাকিব আৰু যেতিয়া-লৈকে তোমালোকব ইয়াত শান্তি-নিৰাপদে দেখা নিদিয়ে তেতিয়ালৈকে আমি ইয়াবপৰা নেযাওঁ।" অকল সেয়ে নহয়, উদাবচিতীয়া দীনবন্ধু ইষ্ট ইণ্ডিয়া কোম্পানীব কর্ত্তৃপক্ষই অভয়

> দি কলে, "আমি তোমালোকৰ ৰাজ্য জয় কৰিবলৈ অহা নাই।" ক'লাবঙ্গালক কচুকটা দিয়া অসমে জানোচা ক'ৰবাত কিবা লেঠা লগায়, এই বুলি আকৌ সেই ইস্তাহাৰতে শিলৰ খুটাত মৰা দি মাৰি পঠিয়ালে, "আমি শত্রুইতক যেতিয়ালৈকে এটি নোহোৱাকৈ খেদি নিদিওঁ তেতিয়ালৈকে আমি অসম দেশ এৰি নেযাও।"

আমাৰ শত্রু মানইঁত যোৱা আজি এশ বছৰতকৈও ওপৰ হল। তথাপি আমাৰ ধৰ্ম্মাৱতাৰ দয়াশীল বৃটিচ গৱৰ্ণমেণ্টৰ বোধোৰে এতিয়াও আমাৰ শত্রু নিঃশেষ হোৱা নাই। সম্ভৱতঃ, মেলকলম্ (Malcolm) চাহাবে কোৱা সেই "India is as quiet as gunpowder" -"খাৰগুলীৰ দৰে ভাৰত-বৰ্ষ এতিয়াও নিজম দি আছে" কথাষাৰ তেওঁবিলাকে এতিয়াও মনত পেলাই আছে। নহলে নো, আজিও পৰ্ব্বতৰ দাঁতিয়ে-দাঁতিয়ে চাহ বাগিচাৰ নামত শাৰী পাতি বৃটিছৰ থান (British Colonisation) কিয় গঠন হব লাগিছে?

কালৰো কাল বিপৰীত কাল। এতিয়া এনে হে হৈছেহি যেন নিজৰ জন্মভূমিত আমি নিজেই পৰদেশী হলোঁহক। আমাৰ চিনাকি আজি আমি নিজে দিব নোৱাৰোঁ। কিয় কেনেকৈ?—লোকৰ পাতনি দি বা লোকৰ আলম লৈ। খৃষ্টীয় উনৈছ শতিকাৰ মাজ-ভাগলৈকে অসমীয়াৰ অসমীয়াত্ব পূৰ্ণমাত্ৰাই বিদ্যমান আছিল। ১৮৬৪ চনত ডাক্তৰ ডব্লিউ নেচু লীজ (Dr. W. Nassau Lees L L D.) নামে এজন আচাৰ্য্য ইংৰাজপুৰুষে অসমীয়া জাতিৰ কথা যি লেখি থৈছিল তাক এতিয়া পঢ়িলে মনত এনে হে লাগে যেন সেইবোৰ অসমীয়া মানুহ নহয়েই—কোনোবা কালৰ 'ববকথা' দেশৰ মানুহ হে। প্ৰকৃততে, সেইবোৰ অসমীয়া মানুহেই আছিল। নেচু লীজ চাহাবে পঞ্জাৱ ভ্ৰমণ কৰি যুঁজাৰু পঞ্জাবী জাতিবিলাকে যি সন্মান আৰু

আদৰ-অভ্যৰ্থনা লাভ কৰিছিল, অসমত সেই সন্মান, সেই আদৰ-অভ্যৰ্থনা পোৱা হে নেলাগে, জনপ্ৰাণী এটিয়েও তেওঁ অহাৰ গমকে নললে! সেইবোৰ কথাকে বিতংকৈ লেখি তেওঁ দুখকৈ কৈছিল :—

"When in the same capacity (private person) I visited my estate in Assam, though the proprietor of thousands of acres of land and employing as many of the people as were not too indolent to work and spending amongst them monthly a sum of money equal to the whole annual collection of a Mouza, though I made my entry with two elephants and such other outward and visible signs of wealth and barbaric splendour as were calculated to indicate that I was a person of some consequence, though I scattered hardfuls of rupees amongst the drunken reapers whose fields I passed over, though the villagers *en masse* had full permission to cut wood and to graze their cattle gratis in my forest, and though some of them had been allowed to cultivate my lands without paying any rent whatever, not one of the headmen of the villages came to pay his respect or to welcome me, villagers positively refused, not to give, but to sell me a cup of milk; and it was with considerable difficulty, I procured such means of subsistence, as rice, milk, eggs and fowls for the few days, I remained in my estate."

যে তেওঁক অসমৰ অসমীয়াই সমুলিকে গণিতা নকৰিলে। চাহাব-সকলে ভাবে—তেওঁলোকৰ বগা-বৰণেই ক'লা মানুহৰ মনটি কোঁচ খুৱাই

আনিব। কিন্তু স্বদেশপ্ৰেমেৰে উদ্বুদ্ধ বা সিক্ত হৈ থকা জাতি এটিৰ পক্ষে ভয় আৰু ভক্তি যে দুটা কথা, আৰু ভক্তি যে ধন দি বা বাহ্যিক আড়ম্বৰেৰে কিনিব নোৱাৰি তাক নেছু লীজ চাহাবে অসমত ঠেকি শিকি গ'ল। চীনাবিলাকে কয়, ইংৰাজৰ সহযোগ এৰুৱাবলৈ বৰতোপ-বন্দুকৰ প্ৰয়োজন নাই—ইংৰাজক যে পেটে-পেটে ঘিণ কৰে, এয়ে যথেষ্ট—এই কথাকে ইংৰাজ এজনক জানিবলৈ গম দিলে তেওঁ আপোনাআপুনি আঁতৰি যাব। সেই গুণেই হবলা, দেশকালপাত্ৰৰ অৱস্থা বুজি, "শনৈঃ পন্থা, শনৈঃ কন্থা, শনৈঃ পৰ্ব্বতলঙ্ঘনং" কৰিবলৈ অৰ্থাৎ বৃটিছ জাতিয়ে অসমৰ লগত হাট-বাট কৰাৰপৰা আৰম্ভ কৰি ১৮২৪ চনৰ ইস্তাহাৰ জাৰি কৰালৈকে এই হোখৰ কালত অসমীয়াৰ অন্তৰ বগা-বঙ্গালৰ ফালে কিমান চাল খাইছে তাকে চাবলৈ - ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ত্ৰিচ বছৰ কাল লৈছিল।

ইংৰাজ বা বিদেশী দেখিলে অসমীয়াই বুকু ফিন্দাই মুৰ দাঙি কথা কোৱাৰ অভ্যাস বহুত দিনলৈকে আছিল। বৃটিছৰ ৰাজ্যত অন্তৰ্ভুক্ত হোৱাৰ পাচত প্ৰায় ৫০ বছৰলৈকে অসমীয়াই বিদেশীক বিদ্বেষ নয়নেৰে দৃষ্টিপাত কৰিছিল। অসমীয়া যে চাহাবৰ গুৰিত সেও নহয় তাৰ কথাও চেমুৱেল বেইল্ডন (Samuel Baildon) নামেৰে এজন চাহাবেই ১৮৭৪ চনত এই বুলি লেখি গৈছে :—

"The greater proportion of the population of Assam are Hindus, although, of course, there are some Musalmans. The race is a proud one in a way, specially in the bearing of the people towards Europeans I think, this may be accounted for by the fact that the province was never taken in conquest by the British, but only annexed from the Burmese" অৰ্থাৎ অসম যেতিয়া যুদ্ধ নকৰাকৈয়ে

## অসমত ফিৰিঙ্গী

মানৱ হাতৰপৰা লোৱা বাবেই অসমীয়া জাতিয়ে ইংৰাজৰ আগত ওফন্দি পক্ষাটোপকৈ হৈ দেখুৱায়।

বিদেশীলৈ অশ্ৰদ্ধা অসমীয়াৰ বাপতিসাহোন। জাকত জীণ যোৱা বিদেশীলৈ যে শ্ৰদ্ধা সিও অসমীয়াৰ বাপতিসাহোন। বলীৰ ওচৰত নিস্তেজী সেও হৈ পৰে, জোঁৰৰ আগত বাঁতিৰ পোহৰ সমূলি নাই, ডাঙৰৰ ওচৰত সৰুৰ সত্বা লুপ্ত হৈ যায়। একাল আছিল যেতিয়া অসমীয়াই অইনক সেও কৰাইছিল; একাল আছিল যেতিয়া অসমীয়াই নিজৰ জোঁনৰ পোহৰেৰে অন্যান্য জাতিৰ বাঁতিৰ পোহৰখিনি নিষ্প্ৰভ কৰি পেলাইছিল আৰু একাল আছিল যেতিয়া অসমীয়া জাতিৰ বাগত অন্য জাতিৰ সত্বা আপোনা-আপুনি লীন হৈ গৈছিল। কিন্তু এতিয়া সেই কাল ক'ত? পাহৰণি, কোৱাচোন, অতীতৰ সেই সোণাময় কাল এতিয়া ক'ত? স্মৃতিৰ্নিশাগে সুধিছে পুৰণীৰ তুলাপাতে সুধিছে, স্বদেশপ্ৰেমৰ প্ৰেৰণাই সুধিছে

ফিৰিঙ্গী-বঙালক ডাকুদিয়া-কানাকি অসমলৈ আৰু কেতিয়াবাৰ ঘূৰি আহিব নে?

[ ১ম সংখ্যা, ৩য় বছৰৰ আবাহন, ১৮৫৩ শক। ]

---

# পোন-প্ৰথম স্বাধীনতাৰ যুদ্ধ

ইংৰাজী ১৮৫৭ চনত উত্তৰ ভাৰতত বৃটিছৰ বিৰুদ্ধে বিদ্ৰোহৰ অগ্নি প্ৰজ্বলিত হৈ উঠে। স্বাধীনতা আকাঙ্ক্ষাৰ উদগণিত পৰি সততে অমিল হৈ থকা সদৌ ভাৰতবাসী সঙ্ঘবদ্ধ হয়; স্বদেশ-উদ্ধাৰৰ মহান্ যজ্ঞত হিন্দু-মুছলমানৰ ধৰ্ম্ম-সঙ্কীৰ্ণতা জলাঞ্জলি দিয়া হয়, ভাৰতবাসী মাত্ৰেই এক মুঠি হৈ ভাৰতৰ প্ৰধান বৈৰী বৃটিছক ভাৰতৰপৰা বহিষ্কাৰ কৰিবলৈ দৃঢ়সঙ্কল্প কৰে। এয়ে বৃটিছৰ আমোলত, বৃটিছৰ বিৰুদ্ধে কৰা সদৌ ভাৰতীয়ৰ প্ৰথম স্বাধীনতাৰ যুদ্ধ। ইংৰাজ ঐতিহাসিক সকলে ইয়াক অকল চিপাহীৰে বিদ্ৰোহ বুলি জনতা-জাগৰণৰ গুৰুত্ব কমাই দেখুৱাইছে। স্বকাৰ্থতে, অপহৃত স্বাধীনতা দুবাই অনাত ভাৰতীয় চিপাহী, ৰাজন্যবৰ্গ আৰু জনতাৰ ইয়েই পোন-প্ৰথম প্ৰয়াস। ইয়াতেই লাখ-বিলাখ ভাৰত-সন্তান স্বাধীনতা-সংগ্ৰামৰ অগ্নিকুণ্ডত জাঁপ দি পৰি যায়। ভীমৰ নগৰৰপৰা দ্বাৰকালৈকে, ব্ৰহ্মবৰ্ত্তৰপৰা দাক্ষিণাত্যলৈকে বিদ্ৰোহৰ অগনি জ্বলিবলৈ ধৰে। জন্মভূমি উদ্ধাৰৰ নিমিত্তে হিন্দু-মুছলমানৰ টোপাটোপ তেজ বৰষিবলৈ ধৰে। দিল্লী অৱৰোধ, পলাশীৰ প্ৰতিশোধ, কানপুৰ আৰু চেকগুৰাবাদৰ হত্যাত তেজৰ নৈ বৈ যায়। লাখ-বিলাখ দাল-তৰোৱাল, তোপ-খাণ্ডা খণ্ড-বিখণ্ড হয়। হেজাৰ-বিজাৰ হাতী ঘোঁৰা মৰা শ হৈ পৰি যায়। দিল্লী, কানপুৰ, বেৰিলী জগদীশপুৰ, ঝান্সিৰ সিংহাসন পুনি ছাই হয়। য'ত যেনেকৈ ইংৰাজ-বিষয়া বা বেপাৰী আছিল, সকলোৰে মূৰত শনি চৰিবলৈ ধৰে। ফলত, ফিৰিঙ্গীবিৰ-পৰা খাণ্ডৱদাহ হয়। এইৰূপে বিদেশী-শাসনৰ প্ৰতিৰোধ কৰিবলৈ গৈয়েই দুই লাখ ভাৰতীয় মুক্তি-যুজাৰুৱে অকাতৰে, অকালতে তেওঁবিলাকৰ অমূল্য

জীৱন আহুতি দিয়ে। ভাৰতৰ পূব প্ৰান্তত থকা অসমেও তাত লাগনী খৰি নোযোগোৱাকৈ থকা নাছিল। দূৰত্বৰ প্ৰতিবন্ধক থাকিলেও আৰু বৃটিছ-সাম্ৰাজ্য-ভুক্তিত কালৰ ন্যূনতা হলেও, বৃটিছ গৱৰ্ণমেণ্টে সদৌ হিন্দুস্থানতকৈ অসমৰ ভিতিত দাসত্বৰ জিঞ্জিৰি পিন্ধাবলৈ অতিশয় সতৰ্ক ভাৱে কূটিলানি নীতি প্ৰবৰ্ত্তন কৰিব লগীয়া হৈছিল। এই নীতিৰ অৱসান ঘটাই অসমৰো লুপ্ত স্বাধীনতা প্ৰতিষ্ঠা কৰিবলৈ প্ৰাণ পণ পৰিশ্ৰমে চেষ্টা কৰা হৈছিল এই স্বাধীনতা সংগ্ৰামৰ ক্ষণসন্ধিতে। তাৰে ভৰি ধৰিছিল সংগ্ৰামশীল সাৰ-চতুৰ ৰাজনৈতিক পণ্ডিত মণিৰাম দেৱানে। তেওঁৰে সমভাগী কুশাগ্ৰবুদ্ধি-সম্পন্ন পিয়ালী বা মহেশচন্দ্ৰ গাভৰুমেলীয়া বৰুৱাই স্বাধীনতাৰ বা-দি অসমীয়া প্ৰজাক বিদ্ৰোহৰ ভাৱত মতলীয়া কৰি পেলাইছিল। এওঁবিলাক দুয়োজনাৰ বুদ্ধি-পৰামৰ্শ, আদেশ-নিৰ্দ্দেশতে স্বাধীনচিন্তীয়া, দেশানুৰাগী যুৱতিনিকা অসমীয়া মাত্ৰেই গা-দালি অৱিহণা পেলাইছিল। স্বাধীনতা-যুদ্ধৰ চিতাত উঠা দুই লাখ ভাৰতীয় দধীচিৰ শিতানতে অসমীয়া দধীচি মণিৰাম-পিয়ালীয়েও শিতান লব লগীয়া হৈছিল। গতিকেই, মণিৰাম-পিয়ালীৰ প্ৰাণ পৰিত্যাগ মানেই "'৫৭ চালৰ" পোন-প্ৰথম স্বাধীনতা যুদ্ধ আৰু "'৫৭ চালৰ" সেই যুদ্ধ মানেই মণিৰাম দেৱান আৰু পিয়ালী বৰুৱাৰ কাঁচী।

## যুদ্ধৰ প্ৰথম ঘমঘণ্ট।

যুদ্ধৰ ওৰা পাতোতেই মণিৰাম দেৱান অৱস্থান কৰিছিল কলিকতাৰ লাট্টু বাবুৰ ঘৰত। উত্তৰ-ভাৰতত ভালেমান ঠাইত বৃটিছৰ খাজনা গেৰাজ দখল কৰা, বৃটিছে আটককৈ থোৱা বন্দীবোৰ মুকলিকৈ দিয়া, যথা-যোৱা বাটবোৰ কাটি-ছিঙি থয়ঙ্কৰ কৰা, যেনিয়ে তেনিয়ে বৃটিছক ঠেকত পেলোৱা— এইবোৰ বাতৰি আহি কলিকতাখন তল-ওপৰ লগাই আছে। দিল্লীৰ সম্ৰাটে ৰজা-জমিদাৰলৈ পঠিওৱা গোহাৰি পত্ৰ খনো লাট্টুবাবুৰ ঘৰৰ কাষৰতে থকা চিৎপুৰ

নবাবৰ চৌলত আৰু তাৰ ইফালে-সিফালে থকা জমিদাৰৰ ঘৰত গুপ্ত আলোচনাৰ বিষয় হৈ পৰিছে। গোহাৰি পত্ৰত আছিল :--

"যেনেতেনেমতে হিন্দুস্থানৰপৰা ফিৰিঙ্গীবোৰক খেদিবই লাগিব। প্ৰাণ যায় ও যাওক, তথাপি, খেদিব লাগিব। সদৌ হিন্দুস্থান স্বাধীন হওক এয়ে মোৰ প্ৰাণৰ বাঞ্ছা। কিন্তু, এই বিদ্ৰোহৰ যুদ্ধত আমাক ভাল মানুহ লাগিব। এনে মানুহ লাগিব যি বাৰ-বেবেজীয়া মানুহ গোটাই এক কৰিব পাৰিব, যি সকলোকে দাসিত্বভাৱ গ্ৰহণ কৰিবলৈ হাঁকি ওলাব পাৰিব আৰু যি সকলোকে বিদ্ৰোহৰ ভাবত মতলীয়া কৰিব পাৰিব। ফিৰিঙ্গীবোৰক খেদাব পাৰিলে, মইও হিন্দুস্থানৰ পাটশাহ হৈ নেথাকোঁ। তেতিয়া বজা-নবাব সকলোৱে গোটি খাই নিজ-ইচ্ছা-মতে দেশ-শাসন কৰিব পাৰিব।"

ইয়াৰ উপৰিও, নানা চাহিব, টাণ্টিয়া টুপী, কুমাৰ সিং, আমেদ চাহ আদি ৫৭ চনৰ "বিদ্ৰোহৰ" ঘাই নৰনাসকলে সদৌ ভাৰতত বাঢ়িকৰা তেজ-উতলোৱা বাণীবো ধ্বনি-প্ৰতিধ্বনি হৈহে আছিল।

## মণিৰামৰ মানসিক প্ৰতিক্ৰিয়া

এইবোৰ ঘটনাৰ বাতৰিয়ে মণিৰামৰ বৃটিছ নিয়মতান্ত্ৰিক ভাবধাৰাৰ ওপৰত বিপ্লৱী ভাবধাৰাই উজান-ভাটি লগাবলৈ ধৰিলে। বিজুলী-চাটিৰ দৰে তেওঁৰ মনত নেখেলোৱাকৈ নেথাকিল যে দাসত্বৰ শিকলি ছিঙিবলৈ হলে শান্তীয়া আবেদন-নিবেদনে একো গুণ নিদিয়ে, কঠোৰ ত্যাগ আৰু একতা নহলে দেশ কেতিয়াও স্বাধীন নহয়। আমাৰ ভৌগোলিক পৰিস্থিতি, ডা-ডাঙৰীয়া-সকলৰ মনোভাৱ, বৃটিছ-কৰ্ম্মচাৰীসকলে দিয়া প্ৰতিশ্ৰুতিৰ মূল্যহীনতা, স্বৰ্গদেৱ পুৰন্দৰ সিংহৰ দিনৰপৰা কন্দৰ্পেশ্বৰ সিংহৰ দিনলৈকে বজা-প্ৰজাৰ লালী-নিচিগা লাঞ্ছনা—এই আটাইবোৰ কথা, এটি-এটিকৈ তেওঁৰ মনলৈ তেতিয়া নহাটো অস্বাভাবিক।

# পোন-প্ৰথম স্বাধীনতাৰ যুদ্ধ

## বিদ্ৰোহী ভাৰৰ ভাৰত

বৃটিছ-সংগ্ৰামৰ অহাৰ চাবি বছৰৰ পাছৰপৰাই পুনিছে ভালুকৰ দলে যি ওলোটা খোজ ললে, তাৰ প্ৰতিকাৰ কৰিবলৈ তেওঁৰ শক্তিয়ে আঁটা নাছিল। কিন্তু, কোম্পানীৰ শাসনৰ প্ৰতি কষ্ট, কুঘাৰি আৰু অসন্তোষ হ'লে, ওন্দোলাই থকা ভাৰতৰ মাজত বৰযুণ সোমাই থকা দি, তেওঁৰ অন্তৰত সোমাই আছিল—বৰঘিন পাবিৰ কেতিয়া তাৰ হে একো ঠিক নাছিল।

## যুদ্ধত জিকিব পৰা সোণাময় ছেগ

মানৰ দিনৰ পাচত, ইংৰাজক জিনিবলৈ বা ইংৰাজৰ খোপনি লৰাবলৈ অসমীয়াৰ শক্তিত মানৰে ধৰিছিল। শিতৰ দৰে, দুজন-একন স্বাধীনতাপ্ৰিয় লোকে তেওঁবিলাকৰ বিৰুদ্ধে থিয় হৈছিল যদিও, ভাৰতীয় মানুহ—বঙালী দেছুৱালী চিপাহীৰ হতুৱাই সেই লেহকা আন্দোলনৰ ওপৰত বাধনাৰ দিয়া হৈছিল। এতিয়া সেই বেহাৰী দেছুৱালীও আমাৰ মিত্ৰ হৈ পৰিল। ডিব্ৰুগড়ত যি তিনটা দেছুৱালী পল্টন আছিল, তাৰ চিপাহীবোৰো বিদ্ৰোহতোলা কুমৰ সিংহৰ ৰাজ্যৰ আৰু চাহাবাদ জিলাৰ। বন্দুকধাৰী পল্টন যিটো আছিল, তাৰো বহুতৰে গুৱাহাটীত থকা ২ নম্বৰি পল্টনৰ লগত নিকট সম্বন্ধ। গোলাঘাটৰ নোগোবাত (ন গোৰা) "ফাৰ্ষ্ট আসাম লাইট ইন্‌ফেন্ট্ৰি"ৰ যিটো সৈন্যদল আছিল তাৰ চিপাহীবোৰেও ফিৰিঙ্গী কৰ্ম্মচাৰীক সময়ে-সময়ে চকু পোন্দাই চাইছিল। গতিকেই, ধনঞ্জয় বৰ গোহাঁই, গমধৰ কোঁৱৰ আৰু জীউৰাম দুলীয়া বৰুৱাই বৃটিছক খেদিবলৈ কাৰবাৰ কৰোঁতে এইবোৰ চিপাহীয়েই যেনেকৈ বৃটিছৰ সহায় হৈ তেওঁবিলাকক ধৰি বন্দী কৈ আনিছিল, এতিয়া আৰু তেওঁবিলাকে তেনেকৈ আমাক ধৰি দি বৃটিছক সহায় নকৰে।

পুৰন্দৰ সিংহৰ আমোলত থকা ৫০০ জন অসমীয়া বৰুৱা চিপাহীও, ৰজা ভগাৰ লগে-লগে কাম নোহোৱাকৈ বহি আছিল।

ছশ বছৰকৈ নিৰ্ব্বিবাদে ৰাজত্ব কৰোঁতা, সোণৰ জখলাৰে নামি অহা খুন্‌লুং-খুন্‌লাইৰ বংশৰ এজন ডেকা সন্তান তেতিয়া যোৰহাটতেই আছিল। আৰু তেওঁৰ মান-সম্ভ্ৰম ৰক্ষা কৰিবলৈ অমাত্যবৰ্গৰ ভিতৰত ভালেখিনিয়েই অসমৰ সকলো ঠাইতে সিচঁৰতি হৈ আছিল।

তদুপৰি, তেতিয়া অসম দেশ ইষ্ট ইণ্ডিয়া কোম্পানীৰ কেন্দ্ৰ ঠাই কলিকতাৰপৰা বহুত দূৰৈত। ৰেল নাই, জাহাজ নাই, অহা-যোৱা-বাটো দুৰ্গম। কলিকতাৰপৰা খেদা মৰি সতকাই অসম পোৱাও নিচেই উজু কাম নহয়। অসমৰ বাহিৰত থকা পাৰ্ব্বতীয়া জাতিবিলাকো ক্ৰমাৎ বৃটিছৰ অসন্তুষ্টি হৈ আছিল—চম পালে, তেওঁবিলাকেও চাহাবক শিশুপাল-খেদা দিবলৈ হুমিয়াই আছিল।

বঙ্গদেশৰ নিচিনা এখন ডাঙৰ দেশতো পল্টনীয়া চাহাব আছিল মুঠেই ২৪০০। কিন্তু, স্বাধীনতা-সংগ্ৰামত লিপ্ত থকা চিপাহীবিলাকৰ অঙহী-নঙহী দেশীয় চিপাহী আছিল ২৯,০০০। কলিকতাত থকা গোৰা পল্টনবিলাকোও ভাৰতৰ অন্য ঠাইত আবদ্ধ হৈ আছিল গৈ। ইয়াৰ বাহিৰেও, কলিকতাৰ সন্নিকটত ফিৰিঙ্গী চিপাহীও এটিয়েই নাছিল। কলিকতাৰপৰা ৩৮০ মাইল দূৰৈত দানাপুৰত মাথোন এটি গোৰা-পল্টন আছিল—সি তাত থকা চাৰিটা দেশীয় পল্টন এৰি অইন ঠাইলৈ যাব নোৱাৰিছিল।

অসমত থকা ফিৰিঙ্গীৰ সংখ্যাও আঙুলীৰ আগত লেখিব পৰা। "আসাম কোম্পানী", "নকছাৰী কোম্পানী" আৰু নেঘেৰী-টিঙৰ চাহ বাগিছাবোৰত জনদিয়েক চাহাব আছিল যদিও, লাটি লাগি থকা নাছিল—তাবিৰ মাজে-মাজে চেলেকাচুবুৰীয়াকৈ হে আছিল।

· উল্লিখিত সুবৰ্ণ সুযোগৰ সন্ধিক্ষণতে, অসম-ৰজাৰ উৰঁলি যোৱা কাৰেং ঘৰটো নিৰ্ম্মাণ কৰি অৰ্থাৎ স্বধৰ্ম্ম আৰু স্বৰাজ্য স্থাপন কৰি, মিলছে দিয়া

অপমানৰ পোটক তুলিবলৈ বুৰঞ্জীত বিখ্যাত মণিৰামৰ কৌশিস্বালী হৈ থকা অন্তৰত মুক্তিৰ বিজুলী চমকিয়ে উজ্জলতৰ হৈ দেখা দিলেহি

## মণিৰামৰ উদগনি

জীৱনত হেঁপা এবাৰ হে আহে। সেই কাৰণে, মণিৰাম দেৱান বৰভণ্ডাৰ বৰুৱাই তাৰ আগচুলিত ধৰি, গজলীয়া ডেকা কন্দৰ্পেশ্বৰ সিংহ সমন্বিতে পাত্ৰমন্ত্ৰী-ডা-ডাঙৰীয়া সকলোটিকে দেশৰ প্ৰতি নিজৰ নিজৰ কৰ্ত্তব্য সম্পাদন কৰিবলৈ হেঁচুকি তুলিলে।

হিন্দুস্থানত হোৱা চহা-চিপাহীৰ বিদ্ৰোহ আৰু ৰাজন্যবৰ্গৰ স্বাধীনতা-সংগ্ৰামৰ কথা তেওঁ কলিকতাৰপৰা ৰজা, বিষয়া আৰু অন্যান্য মানুহলৈ সাধাৰণ ভাৱে লিখিবলৈ ধৰিলে। মধুৰাম কোঁচ, পিয়ালী বৰুৱা বা মহেন্দচন্দ্ৰ গাভৰুমেলীয়া বৰুৱা, মায়াৰাম বৰবৰা, চিত্ৰসেন বৰবৰা, গণেশ চন্দ্ৰ বৰুৱা, কমলা চাৰিঙীয়া-বৰুৱা, দেউৰাম শিহিঙীয়া-ফুকন, ধৰণীধোৱা-গোঁহাই —এই সকল মুখিয়াল লোকলৈ বিশেষ পৰামৰ্শ দি, গাই-গুটীয়াকৈও একোখন একোখন চিঠি দি পঠিয়ালে। চিঠিবোৰ পঠিয়াইছিল বিদ্ৰোহৰ বাতৰি অনা-নিয়া কৰা 'ভাটিৰ' হাতত। ইহঁত ৰাজপুতনা বা গুজৰাটৰ মানুহ, ফকীৰৰ বেশ ধৰি ভাৰতৰ ইমূৰৰপৰা সিমূৰলৈকে বিদ্ৰোহীসকলৰ গুপ্তচৰ হৈ ফুৰিছিল।

## পিয়ালীৰ কাম

পিয়ালী বৰুৱা বা মহেশচন্দ্ৰ গাভৰুমেলীয়া বৰুৱাই তেতিয়া কন্দৰ্পেশ্বৰ সিংহৰ সৌহাতস্বৰূপ আছিল। 'ভাটে' আহি তেওঁৰ হাততহে চিঠিপত্ৰ দিছিল আৰু উত্তৰ ভাৰতৰ 'ক'ত ক'ত' ইংৰাজক মৰা হৈছিল তাৰ বাতৰিও দিছিল। পিয়ালীয়ে সেই চিঠিবোৰ বিষয়-অনুসৰি যাক যেনেকৈ দিব লাগে দি ফুৰিছিল আৰু জন্মভূমি উদ্ধাৰ কৰিবলৈ সকলোৰে আগ্ৰহ বঢ়াই আৱশ্যকীয় সামগ্ৰীও সংগ্ৰহ কৰোৱাইছিল।

মণিৰামৰ চিঠি-পত্ৰবোৰৰ মৰ্ম্ম আছিল :—

কাৰ্য্যৰ ভাও বুজি ছাগৰ পাও পৰলা ; ইংৰাজক বলি দিয়া আৰু স্বধৰ্ম্মত থাকি সকলো অস্ত্ৰ-শস্ত্ৰ মুগুতাই ৰখা ।

## ফিৰিঙ্গী খেদোৱাৰ গুপ্ত মন্ত্ৰণা

ৰজাৰ থাই মন্ত্ৰী মণিৰামৰপৰা বুজনি-পৰামৰ্শেৰে পৰিপূৰ্ণ চিঠিৰ উপৰি চিঠি পাই আহোম-বামুণ, কোঁচ-কলিতা, হিন্দু-মুছলমানৰ মুখিয়াল-মুখিয়াল মানুহ মিলি—জুলি, গোট খাই, বাতি-বাতি কন্দৰ্পেশ্বৰ সিংহৰ কাৰেঙত ৰহি অসমৰপৰা ইংৰাজ-খেদোৱাৰ উপায় আলচ কৰিবলৈ ধৰিলে। নিতৌ নামঘোৰা, দিহানাম, পাল-নাম, সবাহ, বৰ সবাহ, ভাওনা-উৎসৱ—এই-বোৰৰ এটা-সহয়-এটা পতাৰ আয়োজন হল। শিৱসাগৰৰ ফৌজদাৰী চিৰস্তাদাৰ কাম কৰি থকা নামতিয়াল কাকতীৰ ঘৰৰ ছুতিৰাম বৰুৱাইও কাম ইস্তফা দিলে। তেওঁও ডগাৰজাৰ পৰিষদৰ লগ লাগিলহি। ছুটীত থকা চিপাহীবোৰেও ৰজাঘৰৰ গুপুত মন্ত্ৰণাত ভাগ ললেহি। ডিব্ৰুগড়ত থকা হিন্দুস্থানী চিপাহীৰ চুবেদাৰজনেও সৰ্ব্বতোভাৱে ৰজাক সহায় কৰিবলৈ প্ৰতিশ্ৰুতি দিলে। যোৰহাটৰপৰা দূৰৈত থকা ডিব্ৰুগড়-গোলাঘাট-নগাওঁ-গুৱাহাটীৰ ডাঙৰীয়াসকলেও সেই গুপুত মেলৰ কথা সমৰ্থন কৰিলে। পুৰন্দৰ সিংহৰ জোঙ্গায়েকৰ পুতেক (যিজনে পুৰন্দৰৰ ৰূপহী আইদেওক পত্নীস্বৰূপে গ্ৰহণ কৰিছিল) মৰঙ্গীখোৱা-গোহাঞি ডাঙৰীয়াই মৰঙ্গী অঞ্চলৰপৰা মানুহ-দুনুহ গোটাবলৈ কঁকালত টঙালি বান্ধি ওলাল। মধুৰাম কোঁচে নাজিৰাৰ আসাম কোম্পানীত কাম কৰা ঠিকাদাৰবিলাকৰ হতুৱাই কাম বন্ধ কৰোৱাই দিয়ালে। চিপাহীহঁতৰ নিমিত্তে চাউলপাত, বন্দুক-পাতি সকলো সংগ্ৰহ হল। সকলো আয়োজন ঠিক-ঠাক কৰি মেলুৱাই ডাঙৰীয়াসকলে সিদ্ধান্ত কৰিলে যে ১৭৭৯ শকৰ দুৰ্গোৎসৱৰ পূজাৰ বৰবলি-দিনা

ফিৰিঙ্গীবোৰক খেদি দি, মণিৰাম দেৱানক আগত লৈ, কন্দৰ্পেশ্বৰ সিংহক অসমৰ ৰাজপাটত বহুৱাব লাগিব।

## দেৱানে 'ভাটৰ' হাতত দিয়া চিঠি কেনেকৈ ওলাল

বোলে, বেৰৰো কাণ আছে। সেই কাণ এনেয়ে অন্ধকাৰত থাকিলেও, দুৱাৰ মুখত শত্ৰু থাকিলে তাৰ শ্ৰৱণ-শক্তি দহো গুণে বাঢ়ে। বজাৰৰ সেইবোৰ কথাই ওকণি ভীষাকাৰ হৈ গৱৰ্ণমেণ্টৰ দেশীয় অনুগত ভৃত্যসকলৰ কাণত প্ৰতিধ্বনিত হ'লগৈ। দেৱানে কলিকতাৰপৰা দিয়া চিঠিবোৰ বেলেগ বেলেগ হৰকৰা বা ভাটৰ হাতত দি পঠিয়াইছিল। বিদ্ৰোহৰ বাতৰি প্ৰচাৰ কৰি ফুৰা এনে এটা হৰকৰাৰ হাততে মণিৰামে দিচৈ-কাষত থকা (যোৰহাটত) অসম-ৰজালৈ এখন চিঠি দিছিল। তেতিয়া যোৰহাটত, খৰগীলৰ ঘৰৰ পৰ্ব্বতীয়া-বৰুৱা হৰনাথেই আছিল বাটিছৰ বিশ্বস্ত বন্ধু পুলিচৰ বৰডাবোগা। তেওঁৱেই অসীম ক্ষমতাপন্ন এক প্ৰকাৰ অসমৰ ৰজা। হৰকৰা ভাটে ছাঁয়াৰূপী অসম-ৰজাক চিনি নেপাই "প্ৰকৃত অসম-ৰজাৰ হাততে চিঠিখন দি দিলে। হৰকৰাৰ চিঠি আছিল লাখুটিৰ ভিতৰত। লাখুটি ফালি চিঠি উলিয়াই দিলত পৰ্ব্বতীয়া বৰুৱাই চাই দেখোন – চিঠিত-চহী নাই। লেখা আখৰবোৰ কিন্তু মণিৰাম দেৱানৰ; দিছে পিয়ালী বৰুৱালৈ; বিয়োগ আছে কন্দৰ্পেশ্বৰ সিংহৰ। হলবইল, হৰনাথ আৰু হৰনাথৰ লগুৱা উবেদ মুন্সিয়ে দেৱানৰ এই চিঠিখনকে গইনা লৈ কেউফালে বিদ্ৰোহৰ সংসূত্ৰ বিচাৰিবলৈ ধৰিলে। পম খেদি-খেদি ডাবোগা আৰু লগুৱাজনে ভালেমানৰ ঘৰত ফিৰিঙ্গী মাৰিবলৈ উপক্ৰম কৰা ভালেমান চিঠি পত্ৰ আৰু সঁজুলি দেখা পালে।

## ফিৰিঙ্গীৰ মাজত আতঙ্ক

ইফালে, যেই জগদীশপুৰ, চাহাবাদ আৰু আৰা জিলাত চিপাহী বিদ্ৰোহৰ চক্ৰ ফুটা শুনিলে, যেই জলপাইগুৰিৰ ৭৩ নম্বৰি পল্টনে খু-খু-খা-খা কৰিবলৈ

ধৰিলে, যেই প্ৰয়াগ-কানপুৰত "কলা আমিয়ে" ছাহাবৰিলাকক গৰুমৰিৱা দি মৰাব কথা ওলাল, যেই হিন্দু-মুছলমান লগ লাগি ভাৰতত থকা ইংৰাজক সবংশে নিধন কৰিবলৈ প্ৰস্তুত হল আৰু সেই প্ৰস্তুত হোৱাৰ বাতৰি আহি অসমৰ পৰ্ব্বতত ঠেকা খালেহি, সেই অসমত থকা পমুৱা পাদুৰী ছাহাব-বিলাকক কেউ কালৰপৰা ছই মাৰি খেদি নিয়া হল। কোনো সোমাল গির্জ্জাঘৰত, কোনো পলাই গল, কোনো নৈৰ মাজত নাৱতে থাকিলগৈ। কাৰো কিন্তু প্ৰাণবধ হবলৈ নেপালে। কণমপি হে কানপুৰ হত্যাৰ পুনৰা-ভিনয় নোহোৱাকৈ থাকিল।

ডিব্ৰুগড়ত থকা পহিলা নম্বৰী দেছুৱালী (দেশ্-ৱালী) পল্টনটোৰ চিপাহীবোৰ বিদ্ৰোহী হৈ উঠিছিল। তাত যিটো গুৰ্খা পলটন আছিল, তাকে ইং ১৮৫৭ চনৰ চেপ্তেম্বৰ মাহত কন্দৰ্পেশ্বৰ ৰজাৰ কাৰেং লুৰুকিবলৈ লুথাৰে দিছে নগৰৰ ফালে (যোৰহাটলৈ) চলাই লৈ আহিল। হলৰইড ছাহাবে লগুৱা-লিগচৌবোৰৰ গা ভাল নহয়, কোনেও তেওঁক দেখা কৰিব নেলাগে বুলি কৈ, শিৱসাগৰত থকা গুৰ্খা চিপাহীখিনিও মনে-মনে লৈ, সিহঁতৰ লগতে যোৰহাটমুৱা হল। ৰজাৰ ঘৰ লোৰোকা হল।

## কন্দৰ্পেশ্বৰ সিংহ আৰু বিদ্ৰোহ দমনৰ আইন

কিন্তু কন্দৰ্পেশ্বৰ সিংহই ক'তো ইংৰাজৰ আধিপত্য অস্বীকাৰ কৰাৰ ষড়যন্ত্ৰ পোৱা নগল। পোৱা হব বুলি লুথাৰ-হলৰইড-হেনে ছাহাবে কন্দৰ্পেশ্বৰৰ কাৰেং লুৰুকিলে; তাতো একো অস্ত্ৰ-শস্ত্ৰ নেপালে। ভক্ত-হত্যা কৰাৰো একো প্ৰমাণ নোলাল। ব্ৰিটিছৰ প্ৰতি বিদ্বেষ-ভাব প্ৰচাৰ কৰাৰো একো উমান পোৱা নগল। চিপাহী উচটোৱাৰো চিন-মোকাম নাই। ঘৰ লোৰোকোতে যিবোৰ চিঠি-পত্ৰ পোৱা হৈছিল, সেই-বোৰতো বিযোগ বা চহীৰ নাম-গোন্ধ নাই—অথচ, সাধু কথাৰ দৰে

সাজি লোৱা হল যে চহী থকা চিঠিখোৰৰ ভালেমান লেখোঁতা-জনৰ ইঙ্গিত-অনুসৰি পুৰি বা ফালি পেলোৱা হৈছিল। কন্দৰ্পেশ্বৰৰ গাত দোষ এই যেৰাই আছিল যে, তেওঁৰ ঘৰত দুপৰ নিশা সোধ-পোঁচ নোহোৱাকৈ সোমাই, ঘৰ-বাৰী, বয়-বস্তু লুটপাত-কৰোঁতা কেপ্টেইন লুথাৰ আৰু ডাৰোগাজনৰ আগত 'শান্ত-শিষ্ট-সাধু' লৰাটিৰ দৰে তেওঁ নৈমান নহৈ, সিংহ বিক্ৰমেৰে গৰ্জ্জি উঠিছিল। বয়সত ১৫।১৬ বছৰীয়া লৰা হলেও, কন্দৰ্পেশ্বৰে বিচক্ষণতাত যুগা সাহিয়াল পুৰুষ মণিৰামক তেওঁৰ দেৱান বা উপদেষ্টা পাতি লব নালাগিছিল আৰু দেৱানৰ চিঠি পাই "স্বৰ্গাদপি গৰিয়সী" জন্মভূমি-উদ্ধাৰৰ উপায়-আলোচনাতো যোগ দিব নালাগিছিল। ধন-বস্তু সহায়-সাৰথিৰ অভাৱ হলে মনটোও যে কোঁচ খাই থাকিব লাগে; দৈৱদুৰ্ব্বিপাকত পৰি, শৰীৰৰ অঙ্গ কোঙা হলে ইচ্ছা-আকাঙ্খাও যে কোঙা হব লাগে তাক বৃটিছ জাতিয়ে গঢ়ি লোৱা সাম্ৰাজ্য বিস্তাৰৰ আইন-খনৰ বাহিৰে জগতৰ কোনো মানৱীয় আইনে কেতিয়াও স্বীকাৰ নকৰে।

বৃটিছ সাম্ৰাজ্যবাদৰ মূল নীতি আৰু বিধান অনুসৰণ কৰিয়েই অসমত থকা সামৰিক বৃটিছ-বিষয়াসকলে স্বাধীনতাকামী অথচ, তথাকথিত "বিদ্ৰোহত" নিৰ্ব্বিকাৰ কন্দৰ্পেশ্বৰ ৰজাক কাৰাৰুদ্ধ কৰিলে আৰু পিচালে কলিকতাত, তেওঁৰ মন্ত্ৰী অৰ্থাৎ পৰামৰ্শদাতা মণিৰাম দত্ত দেৱানকো আলিপুৰ জেলত আৱদ্ধ কৰোৱালে।

স্বাধীনতাৰ ইন্ধন যোগাওঁতা মণিৰাম আৰু সেই ইন্ধনৰপৰা উদ্ভৱ হোৱা অগ্নিৰ উত্তাপ লওঁতা কন্দৰ্পেশ্বৰ সিংহক বন্দী কৰিয়েই বৃটিছ-কৰ্ত্তৃপক্ষৰ হেঁপাহ নপলাল। উত্তৰ ভাৰতত বিদ্ৰোহ-দমন বিধিৰ নামত ৫৭ চনৰ জুন মাহত যি ১৪ আইন চলোৱা হৈছিল, অসমতো তেওঁবিলাকে তাকেই এতিয়া প্ৰৱৰ্ত্তন কৰিলে। এই আইনমতে কোনো দেশীয় চিপাহীয়ে বৃটিছৰ স্বাৰ্থপূৰণৰ বাটত বিৰোধিতা কৰিব নোৱাৰে আৰু পৰাধীন



দেশক স্বাধীন কৰিবলৈ কেনো জন-গোষ্ঠীয়ে আগবঢ়ো কৰিব নোৱাৰে। ইয়াকে যদি কোনোবাই কৰে তেন্তে তেওঁক ৰাজদ্ৰোহী বুলি গণ্য কৰি ফাঁচী পৰ্য্যন্ত দিয়া হব।

ডিব্ৰুগড়ত থকা চিপাহীবিলাক যেনেকৈ ক্ষুব্ধ হৈ উঠিছিল, গুৱাল-পাৰাৰ চিপাহীয়েও তেনেকৈ কৰ্ত্তৃপক্ষৰ থানাৰ ঘৰ-বাৰীবোৰ পুৰি ধ্বংসই কৰিছিল। ডিব্ৰুগড়ৰ পৰে তাৰ চিপাহীবিলাকক অইন ঠাইলৈ নৈ যোৱাত বিদ্ৰোহৰ গপগপনি অলপ কাললৈ শাম কাটি আছিল। যাক আলম নৈ চিপাহী আৰু মণিৰাম দেৱানে বিদ্ৰোহৰ জুই জলাই দিবলৈ ওলাইছিল, তেওঁকো ধৰি নিয়াত অসমৰ কমিছনাৰ আৰু অন্যান্য উচ্চ বৃটিছ কৰ্ম্মচাৰীসকলে ভাবিছিল যে অসমত আৰু বিদ্ৰোহ হব নোৱাৰে।

কিন্তু, 'আসাম কোম্পানী', 'নেযেৰিচীং কোম্পানী' আৰু 'নকচাৰী কোম্পানীৰ' ছাহাব বিলাকে ঘনে-ঘনে দৰ্খাস্ত দি গৱৰ্ণমেন্টক জনালে যে অসমত বিদ্ৰোহ ভালকৈয়ে হৈছে। ৰজা বন্দী হল যদিও, তেওঁৰ অনুচৰ আৰু মণিৰাম দেৱানৰ বিপুৰাই গোটেই দেশতে ইংৰাজৰ বিৰুদ্ধে উচটাই ফুৰিছে। বাগিছাৰ ঠিকাদাৰবোৰেও ছাহাবৰ বাগিছাত কাম কৰাবলৈ বন্ধ কৰি দিছে।

চৰ্কাৰী কৰ্ম্মচাৰীৰ বাহিৰেও জনদিয়েক কৃতঘ্ন দেশীয় মহন্মলাই আপোন-মানুহৰ চাকিৰেৰৰ মাজত পিদ্ধি দি চাহকাৰবাৰী ছাহাববিলাকৰ অভিমতকে দৃঢ়তৰ কৰি পেলালে। ইংৰাজৰ দৰে তেওঁবিলাকেও দৃঢ় বিশ্বাস কৰি ললে যে পৰাধীন জাতিৰ অন্তৰত দেশাত্মবোধৰ অৰুণোদয় হোৱাটো মহাপাপ! এনে "মহাপাপত" পৰি উত্ৰাৱল হৈ থকা লোকসকলক হয়, ফাঁচি-কাঠত তোলাই, নহয়, ফাটেক দিয়াই প্ৰায়শ্চিত্ত কৰালেহে দেশখন "মহাপাপী"ৰ পৰা নিস্তাৰ পাব।

বাগিচাৰ চাহাব আৰু এই দেশীয় "দেশবন্ধু সকলৰ" সহায়-সুচনি

পাছে, ওপৰত উল্লিখিত আৰু আইনৰ জাল তৰি কৰ্ণেল হেনে, মেজৰ বিচাৰ্ড হুল, লেফটেনেন্ট চেৰ্চাৰ্ড, কেপ্তেইন হলৰইড আৰু কেপ্তেইন বীচাৰে দমনচক্ৰ চলাই উৰ্জনি অসমত খুব দাঙি থকা দেশহিতৈষীসকলৰ ওপৰত যথে-যথে উঠিব নোৱাৰাকৈ বা মাৰিবলৈ ধৰিলে। এই সাময়িক 'হৰ্ত্তা-কৰ্ত্তা-বিধাতা'ৰ অনুগ্ৰহত দেশত এনে, ভাবে আতঙ্কৰ সৃষ্টি হবলৈ ধৰিছিল যে সেই সময়ত দেশীয় মানুহৰ খিয়লাখিয়লিতকৈ বৃটিশ-সন্তান-সকলৰ আচৰণে হে দেশত অশান্তিৰ জুই জ্বলাই দিছিল।

## 'ৰাজদ্ৰোহী' বিচাৰৰ আদালত

সুশাসন আৰু সুশৃঙ্খলাৰ মুখা পিন্ধোৱা, নাইবা, দেশোজাৰৰ মনোভাব মষিমূৰ কৰা আইনৰ বলেৰে ধৰাই অনা দেশহিতৈষীসকলৰ "ৰাজদ্ৰোহিতা অপৰাধ" বিচাৰ কৰিবলৈ যোৰহাটত দুটা তামীঘৰা সজোৱা হয়। তাৰে এটাত বহিছিল ১৮৫৭ চনৰ ১৪ আইন-অনুসৰি কমিচনাৰৰ ক্ষমতা লোৱা চি. হলৰইডৰ আদালত। আৰু, ইটোত বহিছিল, তেওঁৰ প্ৰধান বল্লভ ৰবডাৰোগা হৰনাথ পৰ্ব্বতীয়া বৰুৱাৰ কাছাৰী। ১৮৫৭ চনৰ চেপ্তেম্বৰ মাহৰপৰা ১২ মাহ এই কাছাৰী দুটাত অজান্তী মুলুকৰ (এজেন্টৰ তলত থকা মুলুক অৰ্থাৎ দেশ) আইন-অনুসৰি বিচাৰ-কাৰ্য্য চলি আছিল। তাত ১৪ আইনৰ সোধখন এই দৰেই হৈছিল :—

## বিচাৰৰ ৰীতি

"আজি কালিৰ পুলিছৰ দৰেই, ডাৰোগাজনে লেখাপঢ়াজনা বা কথকি মানুহ মাত্ৰকেই ধৰাই অনাই, তেওঁক কাছাৰীত থিয় কৰোৱাই সোধে, "পিছে দেও, তুমি এতিয়া সাক্ষী হোৱঁা নে, আছামী হোৱঁা অৰ্থাৎ তুমি মণিৰাম দেৱান আৰু পিয়ালী বৰুৱাৰ বিৰুদ্ধে সাক্ষী হোৱা নে, নাই তুমি নিজেই তেওঁবিলাকৰ ষড়যন্ত্ৰত যোগ দিছোঁ বুলি সৈ কাঢ়ঁা? ডাৰোগাৰ এনে

অপুৰাট প্ৰশ্ন তুলি সকলোৱেই ভেবা লাগি থাকিবলৈ বাধ্য হৈছিল। সকলোৱেই ''আমাৰ সাত পুৰুষক ৰৱকতু পেলাই দখলা কৰা কৰ নোৱাৰে। ; সেইতাৰ যি ইচ্ছা তাকে কৰক'' বুলি অকাৰ্ত্তী মুলুকৰ আইনৰ শাসনৈ দৃঢ়ভাৱে নিজৰ-নিজৰ মুৰটোহঁত আগবঢ়াই দিছিল। তেওঁবিলাকক তৎক্ষণাৎ আছামীৰূপে অভিযুক্ত কৰি কমিশ্যনাৰৰ আদালতলৈ চালান দিয়া হৈছিল।

## হলবইডৰ পকৰাই পোৰা মস্তিষ্ক

কোনোবাই যদি হলবইডৰ বিশ্বাসী বন্ধু ডাৰোগাজনৰ বা পাছৰজনৰ লগুৱা উমেদ মুঞ্চিৰ হৃদয় কোমলাব পাৰিছিল, তেওঁৰ প্ৰাণ ৰক্ষা হৈছিল। যি নোৱাৰিছিল তেওঁ তপত খোলাৰ হাত সাৰি পকা-আঙঠাৰ জুইত পৰিছিলগৈ। সিমানতো, ভালেমান অভিযুক্ত ইতৰ মানুহে হলবইড চাহাবক কাতৰস্থ হৈ জনাইছিল—তেওঁ যেন ধৰ্ম্মবিচাৰ কৰে। হলবইডে কিন্তু তমোময় মূৰ্ত্তি ধৰি ''We'll hang you first, try you afterwards'' অৰ্থাৎ 'আগে ফাঁচী, পিছাৰি বিচাৰ' বুলি একেআষাৰ সুৰাস্থৰ কঁপোৱা ভেকাহিৰে তেওঁবিলাকক কঠোৰ দণ্ড বিহি কাতৰ অনুৰোধৰ ওপৰত পৰশু কুঠাৰ বছৰাইছিল।

এনেকৈ পকৰাই-পোৱা মস্তিষ্কৰ দ্বাৰাই পৰিচালিত বৃটিছ সাম্ৰাজ্যৰ প্ৰতিনিধি এজনে মণিৰাম-পিয়ালীৰ লতা-পতা মাত্ৰকেই ধৰাই অনোৱালে।

## বিদ্ৰোহৰ বহ্নিত বা-দিওঁতাসকল

অৱশ্যে, তাৰ ভিতৰৰ ভালেমানকে এৰি দিয়া হল। কিন্তু, বিদ্ৰোহৰ বহ্নিত বা-দিওঁতা মণিৰামৰ সৌহাত পিয়ালী বা মহেশচন্দ্ৰ গাভৰুমেলীয়া বৰুৱা, বাহাদুৰ গাঁওবুঢ়া খনিকৰ, দুতিৰাম বৰুৱা চিৰস্তাদাৰ, মৰঙীখোৱা গোহাঁই, নীলকণ্ঠ চোলাধৰা ফুকন, লুকী শেনচোৱা বৰুৱা, গণেশচন্দ্ৰ কাইথ বৰুৱা, মায়াৰাম নাজিৰ, কমলা চাৰিঙীয়া বৰুৱা, নাৰায়ণ ৰবৰবা, উমাকান্ত শৰ্ম্মা,

মধুৰাম কোঁচ, কর্ম্মদ আলি আৰু এওঁলোকৰ লগৰীয়া ৩০ জনৰ বিৰুদ্ধে চোৰাংচোৱা-কর্ম্মচাৰীসকলে স্বধর্ম্ম আৰু স্বৰাজ্য প্রতিষ্ঠা কৰা বিদ্রোহত সক্রীয় ভাৱে অংশ গ্রহণ কৰাৰ চাক্ষুষ প্রমাণ সংগ্রহ কৰি দিলে।

উপৰোক্ত আদালততেই এওঁবিলাকৰ বিচাৰ আৰম্ভ হ'ল। প্রধান ষড়যন্ত্রকাৰী বুলি ঠাৱৰ কৰা অভিযুক্ত লোক কন্দৰ্পেশ্বৰ সিংহক আগতেই আলিপুৰ জেললৈ পঠিওৱাই হ'ল। সেই কাৰণে, দ্বিতীয় আছামী মধুৰাম কোঁচেই এই আদালতৰ বিচাৰত স্বদেশ প্রেমৰ বাবে ৭ বছৰ কাৰাদণ্ড মূৰ পাতি লয়। তৃতীয় আছামী হ'ল পিয়লী বৰুৱা বা মহেশচন্দ্র গাভৰুমেলীয়া বৰুৱা। চতুর্থ জন আছামীয়েই হ'ল মণিৰাম দেৱান—ধৰাধামত যাৰ চিন-চাব নথকৈকে বৃটিছ-শাসন-যন্ত্রৰ মূৰৰপৰা ভৰিলৈকে সকলোৱেই বিশেষ ভাৱে তৎপৰ আছিল।

বৰভণ্ডাৰ বৰুৱা মণিৰামক আলিপুৰ জেলত আবদ্ধ কৰাৰ পাছতো দেখা গ'ল যে বিদ্রোহৰ উপশম হোৱা নাই; প্রায়বোৰ মানুহেই বন্দাৰ লগত সহযোগিতা ৰাখি অকল চিপাহীবোৰক হে যে বিদ্রোহী হবলৈ উচটাই ফুৰিছিল এনে নহয়, সঁচাসঁচিকৈয়ে সাধাৰণ মানুহৰ মতি-গতিও বিদ্রোহৰ ফালে গাল ঘূৰাই নিছিল।

গোৰা-পল্টনৰ ফৌজ গোটাদিয়েক নহলে, অসমত ওৰা পতা ষড়যন্ত্র দমাব নোৱাৰি—এই বুলি গাৱঁলীয়া ৰাইজৰ লগত ঘনিষ্ঠ সম্পর্ক থকা বাগিচাৰ ছাহাববিলাকে বঙ্গদেশৰ দৰলীয়া লাট হেলিডে ছাহাবলৈ লেখাত, লাটে বিদ্রোহ দমাবলৈ ১০০ গোৰা চিপাহী জাহাজেৰে অসমলৈ পঠিয়াই দিয়ে। সেই চিপাহীবোৰৰ স্বাস্থ্যৰ "চুপাৰিছ্" কৰি আহিছিল আসাম চা কোম্পানীৰ ডাক্তৰ স্কিপটন (Dr. Skipton.) ছাহাবে। চিপাহী-ফৌজৰ লগতে ১৮৫৭ ছালৰ ৩১ ডিচেম্বৰ তাৰিখে মণিৰাম দেৱানকো পঠিয়াই দিয়া হ'ল যোৰহাটত স্বাধীনতা-স্পৃহাৰ 'পুৰস্কাৰ" লবলৈ।

ইপিনে, যোৰহাটত দেৱানৰ ইঙ্গিতত চলা ষড়যন্ত্ৰকাৰী-সকলৰ বিৰুদ্ধে বিচাৰৰ ভেকোভাৱনা চলিছে। ১৮৫৮ চনৰ ৩০ জানুৱাৰীত মধুৰাম কোঁচৰ আৰু ৯ ফেব্ৰুৱাৰী তাৰিখে পিয়ালী বৰুৱাৰ বিচাৰ হৈ যায়। বিচাৰত, ২৬ ফেব্ৰুৱাৰী তাৰিখে চৌ আলিত সকলোৱে দেখাকৈ পিয়ালীক ফাঁচি-দিবলৈ ৰায় দিয়া হয়। এনেতে মণিৰাম দেৱানক অনা জাহাজ মহগড় ঘাটত (গোলা-ঘিলত) লাগিলহি। তেওঁক আনিয়েই দিছে নগৰত থকা বন্ধ-শুদ্ধ কাৰেংটিত বন্দীকৈ থোৱা হল। সেই বন্দীশালতে ফাঁচীৰ বনি পিয়ালী বৰুৱাকো সুমুৱাই থোৱা হৈছিল। দেৱানক যোৰহাট পোওৱাৰ পিছদিনাই, অৰ্থাৎ ২৩ ফেব্ৰুৱাৰী তাৰিখেই (১১ ফাগুন, ১৭৭৯ শক) তেওঁক ডাৰোগাৰ কাছাৰীলৈ নিনি পোনে-পোনেই হলৰইডৰ আদালতলৈ নৈ যোৱা হল। তাত সেই দিনাই বিচাৰৰ ভেকোভাৱনা তৰি সিদ্ধান্ত কৰা হল যে মণিৰাম দেৱানে ৰাজবিদ্ৰোহ কৰিছে। সেই বাবে, তেওঁক ১৮৫৮ চনৰ ২৬ ফেব্ৰুৱাৰী তাৰিখে ফাঁচি-কাঠত তুলি মৃত্যুদণ্ড দিব লাগে।

ওপৰোক্ত ৰায়কে বা সিদ্ধান্তকে কমিছনাৰৰ চং পিন্ধা হলৰইডে শিৱসাগৰৰ মেজিষ্ট্ৰেট আগনত বহা হলৰইডলৈ পঠালে অৰ্থাৎ ভক্ষকেই ৰক্ষকৰ মুখা পিন্ধি ভক্ষণৰ ৰায় বান্ধি দিলে। এনে ৰায় অনুসৰি ১৮৫৮ চনৰ ফেব্ৰুৱাৰী মাহৰ ২৬ তাৰিখে বা তাৰ আগেয়ে পিয়ালী বৰুৱাকো ফাঁচি-দিবলৈ হুকুম কৰি থোৱাই আছিল। মণিৰাম দেৱানকো এতিয়া সেই তাৰিখেই প্ৰাণদণ্ড কৰাৰ আদেশ হলত দুয়োকো একেলগেই ফাঁচি দিয়া স্থিৰ হল।

## দেৱানৰ অন্তিম-উপদেশ

আসন্ন মৃত্যুৰ বজ্ৰাঘাত ৰাতৰি পাইও মণিৰামৰ মন কিঞ্চিৎমানো বিচলিত নহল। বৰং 'জন্মিলে মৰিব লাগে'—এইটি সত্যকে সাৰোগত

কৰি প্ৰশান্ত ভাৱে ভগৱন্তৰ চৰণত আত্মসমৰ্পণ কৰিবলৈ লাগিল। তেওঁৰ মন আৰু পঞ্চেন্দ্ৰিয়ৰ মাজ দুৰ্বাদলৰ চৰুল সংগ্ৰাম চলি থাকোঁতে, সেই পিনি সময়ত, তেওঁক যি চাবলৈ গৈছিল, তেওঁবিলাকেও তেওঁৰ অন্তৰৰ নিভৃততম কোণত দয়া-ক্ষমাৰ এখনি ফল্গু নদী বৈ থকা দেখিবলৈ পাইছিল। ফাঁচীৰ আগদিনা পুত্ৰেক এজনে চাবলৈ যাওঁতে সেৰামে পুত্ৰেকক এই বুলি প্ৰবোধ দিছিল—কাইলৈ এই নশ্বৰ দেহা এৰা পৰিব। সেইবাবে তইঁতে একো বেজাৰ নকৰিবি। তইঁত ভাই-ককাই কেউটি মিলা-প্ৰীতিৰে থাকিবি। চেংমুং আৰু চেনিমৰা বাগিছা দুখনকে সোণৰ গছ বুলি ভাবিবি। মেছৰাক অৰ্জ্জুনৰ গুৰিব মাটিখিনি দিবি। ম'ৰা চৰাই দুটা ৺বাপৰবায়ৰ ঠাইলৈ (দক্ষিণপাট সত্ৰলৈ) পঠিয়াবি। আযোণী আৰু সুন্দৰী-হঁতৰ পৰিয়ালটোক আগৰ লেকে নেৰিবি। মোৰ দুৰ্দশা বটা মানুহক কেতিয়াও বিশ্বাস নকৰিবি। এই ৰূপে, আপোনজনৰপৰা চিৰকালৰ নিমিত্তে বিদায় লৈ ফাঁচি-কাঠত উঠি অকালত মৰণৰ কাষ চাপিবলৈ সেৰাম সাজু হৈ থাকিল।

## ১৭৭৯ শকৰ ১৬ ফাগুন

তাৰ পিছত, দিনৰ পিছত দিন, ৰাতিৰ পিছত ৰাতি অনন্তৰ বুকুত লীন গল। সম্ভৱতঃ, সেই-দিন ৰাতি কেইটা তেওঁ উজাগৰে থাকোঁতেই পোঁ-জোনে ৰাতি পুৱাইছিল। শুক্লপক্ষৰ ত্ৰয়োদশী তিথিৰ বাসন্তী শশধৰ লাহে-লাহে নিষ্প্ৰভ হৈ আহিল। ১৭৭৯ শকৰ ১৬ ফাগুনৰ চতুৰ্দ্দশী তিথিৰ (২৬ ফেব্ৰুৱাৰী) তৰুণ তপনে পুৱেকণ দিলেহি। আনকাল অৰুণ-কিৰণে দিগ-দিগন্ত প্ৰকাশ কৰে। সেই দিনাৰ অৰুণত চৌপাশে মৰণৰ ছাটি। এনেয়ে গোৰা চিপাহীৰ পাশৱিক অত্যাচাৰে সকলোকে থৰহৰি কম্পমান কৰি থৈছে, তাতে আকৌ প্ৰকৃতিৰ এনে অস্বাভাৱিক তমসাচ্ছন্ন

অৱস্থা। সকলোৰে মন ন-যযৌ ন-তযৌ—কলৈ-যাব-কি-কৰিব লাগি আছে। এনে আপদীয়া বেলিটি যিখানেই ওপৰলৈ উঠিছে সিখানেই কাঁচি-আয়োজন খৰখৰ হবলৈ ধৰিছে। আগবেপৰা, অৰঙ্গে মণিৰাম-পিয়ালীক কাঁচি দিবলৈ সকলো সাজ-সঁজুলি—আহিলা-পাতি সংগ্ৰহ কৰি থোৱাই হৈছিল।

## কাঁচিদিয়া ঠাই আৰু কাঁচি-শাল

পুৰন্দৰ সিংহৰ পুতেক, কন্দৰ্পেশ্বৰ সিংহৰ পিতৃদেৱেক কামেশ্বৰ সিংহই নতুন ঘৰ সাজিবলৈ শিজাৰ কাঠৰ খুঁটা অনাই থৈছিল। বুঢাগোহাঁইৰ চৌলৰ পিনে, টোকোলাই নৈৰ পছিম পাৰত, কুৰঁৱী পুখুৰীৰ পুবে, গড়ৰ আলিৰ দক্ষিণে ( আজি-কালি থকা নৰ্ম্মাল স্কুলৰ পুবে, গৰু-পাউণ্ডৰ ওচৰত ), এতিয়া সেই খুঁটাকে আনি যোৰ পাতি দুযোৰ খুঁটা পোতা হল। খুঁটা কেইযোৰক কঁতৰা যেন কৰি মাজত আথল-শালৰ দৰে এডাল ঢেকী-ডাং দিলে। তাৰ সোঁ-মাজত খোলনি বিন্ধা দি ওপৰতে কাঁতৰিৰ দৰে এডাল কাঠ বহুৱাই, কাঠৰ দুয়ো মূৰে দুডাল দীঘল চোঁচনী বা চিপজৰী লগালে। বীৰাই চাওডাং বুলি জনমভৰ ফাটেক খোৱা চেনিমবাৰ এটা ফাটেকিয়াল আছিল। তাৰ হতুৱাই এসেৰ মুগা সূতাৰে সেই দুডাল ফাঁচি-জৰী বটোৱাই লোৱা হল। ফাঁচি-শালখন ঠিক ৪ অঙ্কটোৰ দৰেই সজোৱা হৈছিল। কাতৰী ডালৰ মূৰৰ পোনে মাটিৰ ওপৰত দুফালে দুখন চাং সজালে। চাঙৰ চাৰিউপিনে এনে ভাবে বেৰা দিয়ালে যেন ভিতৰত কি আছে কোনেও নেদেখে। চঁচালি পাৰি চাংখন সমানকৈ থোৱা হল।

## কাঁচীৰ দিনা

ৰাতি পুৱাল। ২৬ ফেব্ৰুৱাৰী আহিল। পুৱাৰেপৰা ফাঁচি-শালৰ চৌপাশে গেৰাজে গেৰাজে চিপাহী-বৰকণ্ডাজবোৰ ভাগে-ভাগে শাৰী পাতি কান্ধত বন্দুক লৈ থিয় হৈ ৰ'লহি। সিহঁতৰপৰা অলপ আঁতৰত গোৰা পল্টনৰ চিপাহীহঁতে বন্দুক-চাঙীন্ লৈ টহল দি ফুৰিবলৈ ধৰিলে। এনে চক্ৰবেহুৰ

কাঢ়িব পাৰিলে, নিলগত, চেকাৰ্-নিৰ্জন মানুহ আহিছে গৈছে। ৰংপুৰ, গোলাঘাট, মাজুলীবিলাকৰ মানুহ আহি দিছে পাৰৰ (বোৰহাটৰ) আভি-পদুলিত হৰাদুৰা লগাইছে। কোনোৱে হিয়াদুৰ ধুনি কান্দিছে। কোনোৱে হাঁ-হুমুনিয়াহ কাঢ়িছে, কোনোৱে আকৌ বেজাৰৰ খুন্দা সহিব নোৱাৰি কাঁচী চাবলৈ আহি উভতি নিজৰ ঘৰলৈকে গৈছে। টপিনে বেলি উঠি ৮ দণ্ড মাৰোঁ-মাৰোঁ হৈছে, অৰ্থাৎ ৯ মান বাজিছে, এনেতে,

## কাঁচি-কাঠৰপৰা দেৱানৰ বিদায়ভিক্ষা।

দিছে কোঁঠৰ ছাউনিৰপৰা মণিৰাম পিয়লীক উলিয়াই অনা হল। দুইৰো কঁকালত শিকলিৰে জোটাপাতি বন্ধা। তেওঁবিলাকৰ আগে-পিছে বৰক গুজ চিপাহী। তেতিয়াও মণিৰামৰ হাতত ৰূপৰ ধোঁৱাখোৰা, মন প্ৰফুল্ল। চিপাহীয়ে দুইকো সাজুনি আনি ফাঁচিদিয়া ঠাই পোৱালেহি। ফাঁচি-চাঙৰ দাঁতিতে হলৰইড, বিচ্চাৰ, বিচাৰ্ডছন, নকচাৰী-আসামকোম্পানীৰ আৰু নেবেৰিৰিং বাগিছাৰ কেইজনমান ছাহাবে মনৰ সুখেৰে চেলেউ হঁপি-হঁপি বহি আছে। কৰ্ত্তব্যপৰায়ণ হৰনাথ পৰ্ব্বতীয়া বৰুৱা ডাৰোগাও তাতেই খোজ চলাই আছে। তেওঁবিলাকৰ সাক্ষাতে, মণিৰাম-পিয়লীৰ বাহু মোকোলাই দি আকৌ দুয়োৰো এখন-এখন হাত জুঁটি পেলালে। এই দৰে হাত বান্ধি, তেওঁবিলাকক ৰবৰীৰ পোনে-পোনে ভৰি থোৱা পাছফালে চাঙৰ ওপৰত তুলিলেগৈ। তাতে হলৰইডে শিৱসাগৰৰ মেজিষ্ট্ৰেট ৰূপে, কমিশ্বনাৰ হৈ বহোঁতে দিয়া তেওঁবিলাকৰ ফাঁচীৰ আজ্ঞাপত্ৰ দুখন ইংৰাজী আৰু বঙলা ভাষাৰে পঢ়ি শুনালে। পত্ৰত লেখা আদেশ শুনি কন্তেক মান বেলি দুয়ো নিটাল মাৰি থাকিল। দেৱানে তেওঁৰ ধোঁৱাখোৰাটিত হোঁপা দুটামান মাৰি ললে। তাৰ পিছত, ধোঁৱাখোৰাটি ডাৰোগাৰ হাতত দি, হাত-কেৰী অৱস্থাতে থিয় হৈ চাঙৰপৰাই সমবেত প্ৰজাসকলৈ চাই এই বুলি কবা খুজিলে,

"হে প্ৰজাসকল ! মই বিবৰ্য়া হৈ থকোঁতে যোৱপকা তোমালোকে অশেষ দুখ-বেজাৰ পাইছিলা, সেই সকলোবোৰ এনে সময়ত তোমালোকে ক্ষমা দিব লাগে ।"

এনেতে, কাঁচি-চাঙৰ চাৰিওফালে পহৰা দি থকা গোৰা আৰু বৰকণ্ডাজ চিপাহীয়ে ভাঁয়ে ভাঁয়ে হিলৈ মাৰিবলৈ ধৰিলে । কেউপিনে কোঢ়াল লাগি পৰিল । খাৰ-বাৰুদৰ ধোঁৱাই আকাশ ছানি পেলালে । হিলৈ-মাত নিজম পৰিলত সেই ধোঁৱা-কোঁৱাৰ মাজতে লুকালে দুটা কাটেকিয়াল চাঙৰ

সকলো শেষ

ওপৰলৈ উঠি মণিৰাম-পিয়ালী দুয়োৰে মূৰত ক'লা টুপী পিন্ধাই, চকু-মুখ ঢাকি, ডিঙিত ফাঁচ-ৰৰশী লগাই নামি আহিল । পাছে, বীৰাই চাওতাজে চাঁচালিখন দাঙি কাঁচি-জৰীত টিপ দিলেহি । যেই টিপ দিলে, সেই মণিৰাম-পিয়ালীৰ জীয়া শৰীৰ মৰা-শ হৈ তললৈ পৰি গল ।

"ভাগিগল বীণখনি ছিগি গল তাঁৰ
হৈ গল অৱশেষ অমিয়া জোকাৰ ।"

আগ-বেলাৰপৰা সাজ লাগি-মনালৈকে সেই নশ্বৰ দেহা ছটি তাতে পৰি থাকিল । মাটিতেই মণিৰামৰ দেহা মলঙি গল । জনসাধক মণিৰাম দেৱানৰ মৃত্যুত জনগণে গাবলৈ ধৰিলে,—

"চালত মলঙিলে
চালে দৈ কোনো বা,
টেকেলিত মলঙিলে লোণ
মাটিত মলঙিলে
মণিৰাম দেৱান ঐ
নেকান্দি থাকিব কোন ?"

বসন্তৰ আগমনত "ৰবিৰ কিৰণে যেন মৰকত গিৰি হৈ থকা অসম দেশখন মণিৰাম-পিয়ালীৰ কাঁচীত জিলী-যা কোৱা-কা হৈ পৰিল। ঘৰে-ঘৰে শোক উথলোৱা বাগিণা বিস্তাৰ হল। পিপিনীৰ যঁতৰত শলা মুখুৱা হল। উত্তৰ লক্ষিমপুৰৰ ৰঙাদৈৰ পাৰত সাদিন-সাত-ৰাতি একেৰাহে জুই লাগিবলৈ ধৰিলে, আকাশত নেজাল তৰা ওলাল। "কুকুৰে চাং বগাবলৈ ধৰিলে।" কাকতি-কৰিঙ্গে দেশ ছাৰি পেলালে। ৰঙা টুপীৰ ( গোৰা চিপাহী ) অত্যাচাৰত যোৰহাট জুই-হাট হল। শোক আৰু পাশৱিক অত্যাচাৰত দেশ জঁয় পৰিল।

এওঁবিলাকক ফাঁচি দিয়াৰ পাছতেই স্বদেশোদ্ধাৰ মন্ত্ৰত দীক্ষা লৈ, "বাইজেই ৰজা, জাতিয়েই গঙ্গা"ৰ প্ৰতিমূৰ্ত্তিক প্ৰতিষ্ঠা কৰিবলৈ যি সকলে দৃঢ় সঙ্কল্প কৰিছিল সেই সকলকো হলৱইডে নানান্ ৰূপে দণ্ডবদ্ধ কৰিলে : চাৰিংৰজা কন্দৰ্পেশ্বৰ সিংহক আলিপুৰ জেললৈ পঠিয়ালেই, মধুৰাম কোঁচক ফাটেকত থলে, নীলকণ্ঠ চোলাধৰা ফুকন, মায়াৰাম নাজিৰ, কমলা চাৰিঙ্গীয়া বৰুৱা আৰু নাম্বাধৰ চেতীয়াল ফুকী শেনচোৱা বৰুৱাক কলীয়াপানীলৈ মেলিলে, গণেশচন্দ্ৰ বৰুৱা, নাৰায়ণ বৰবৰা আৰু উমাকান্ত শৰ্ম্মাক শিৱসাগৰত অৱৰুদ্ধকৈ থলে, মৰঙ্গীখোৱা গোহাঞি আৰু কলীয়াপানীলৈ নিৰ্ব্বাসন কৰিলে ; ছেখ ফৰ্মুদ আলি আৰু ছেখ বাহাদুৰ গাওঁবুঢ়াক ( বাহদিল ) বন্দীশালৰ দণ্ড দিয়া হল।

দেশৰ ধৰণী আৰু সমাজৰ মুখিয়ালসকলক এইদৰেই প্ৰাণে বধ কৰি, কোনোক শাস্তিবন্দী কৰি, কোনোক বিবিধ প্ৰকাৰে নিৰ্য্যাতন ভোগাই বৃটিছ চৰকাৰে দেশজুৰি ভীষণ হুলস্থূল লগাই দিলে। শান্তিৰ নামত কেৱল অশান্তিৰ জুই জ্বলিল। ঘৰেঘৰে কান্দোনৰ উৰ্ম্মি উঠিল। বল যাৰ, চল তাৰ। পৰাক্ৰমী পাশৱিক অস্ত্ৰ বলে স্বৰাজ্যস্বধৰ্ম্ম-স্পৃহা দলি

পেলালে। কৃতজ্ঞতাপূৰ্ণ একতা, উদ্দেশ্যহীনতা একাগ্ৰতা, চকুৰাল পর্য্যবেক্ষণ, কর্মপ্রবৃত্তিৰ অভাৱ আৰু স্থিৰ, লক্ষ্যহীন, দূৰদৰ্শিতাই অসমীয়াৰ দুৰ্বলতা। ইয়াৰ ওপৰতে "মুণ্ড ভৰি" দিবলৈ প্ৰথম প্ৰচেষ্টা হৈছিল—সদৌ ভাৰত-জোৰা পোন-প্ৰথম স্বাধীনতা-সংগ্ৰামত। "বলৱন্ত কালচক্ৰৰ" লগতে বৃটিছৰ দমনচক্ৰই আগৰণুৱা কেইজনৰ আগচেষ্টা ফাঁচি-কাঠত পিহি পেলালে। নল মৰি ওলোৱা পঞ্জালিবৈ সেই অসম্পূৰ্ণ কাম সম্পূৰ্ণ কৰিবলৈ পৰি থাকিল। শস্য-শ্যামলা অসম-ধৰিত্ৰীৰ বুকুত বিপুল অৰ্থ-সম্পদৰ অমস্ত আকৰ তন্দ্ৰাৱস্থাত তল পৰি আছে। পূৰ্ণ স্বাধীনতাৰ অতৃপ্ত বাসনাত জেইপুৰিথকা আমাৰ ডেকাশক্তিয়ে সেই সম্পদৰ সঁজাল ধৰাবই ধৰাব। '১৮৫৭ চনৰ' পৰা জগতত হেজাৰ-বিজাৰ বৃন্দাবন পুৰি ছাই হল, হেজাৰে-বিজাৰে হাঁহিলে-কান্দিলে, হেজাৰ-বিজাৰ নৰ-নাৰী চিৰকালৰ নিমিত্তে প্ৰলয়প্ৰাপ্ত হল। অৱশেষত, পাপৰ প্ৰায়শ্চিত্ত স্বৰূপে বৃটিছ জাতিৰ হৈ লৰ্ড মাউণ্টবেটেনে কাতৰস্বৰে মিনতি কৰিলেহি—অতীতক পাহৰি পেলোৱা।

অত্যাচাৰ পাহৰিব পাৰি। সন্তাপ কিন্তু কলৈ যায়? যি মণিৰামে স্বাধীনতাৰ পৰিকল্পনাটি পোন-প্ৰথমেই আউটি লয়, সেই মণিৰামৰ কাৰ্য্য-কল্পনাবোৰক নো অসমীয়াই কোন মতে পাহৰে? সেয়ে হে আজিও সকলোতে প্ৰতিধ্বনিত হৈছে,

"সংসাৰ যুজৰ ঠাই
শুনৰ সকাম নাই
উঠি-পৰি যুঁজা সৱে
কৰি প্ৰাণপণ।"

---

# “অৰুণোদই”

## পাটকায়েদি খৃষ্টধৰ্ম্মৰ বাণী প্ৰচাৰ

অসমীয়া ভাষাৰ পোন-প্ৰথম আলোচনী আৰু বাতৰি-কাকত “অৰুণোদই।” ই আমেৰিকান্ বেপ্টিষ্ট মিচনৰ ঐতিহাসিক দান। এশ বছৰৰ ওপৰ হৈ গল, তথাপি অসমীয়াই ইয়াৰ নাম পাহৰিব পৰা নাই। উজনি অসমত, ‘অসম-বন্তিৰ’ দিনলৈকে বাতৰি-কাকত দেখিলেই মানুহে “অৰুন্দই” বুলি চাবলৈ ওলাইছিল। “অৰুণোদয়ে” অসমীয়াৰ মাজত জ্ঞানৰ পোহৰ বিলালে, গোটে-গোটে হৈ থকা লেখা-পঢ়া-জনা শিক্ষিত মানুহখিনিক একেগোট হবলৈ শিকালে আৰু অসমীয়া ভাষা যে এটা ভাৰতৰে স্বকীয়া স্বতন্ত্ৰ ভাষা তাক প্ৰতিপন্ন কৰিলে। তদুপৰি, ‘অৰুণোদই’ ছপাখানাই অসমীয়া মানুহক দপ্তৰী কাম, আখৰবছা কাম আৰু সাঁচত আখৰকটা কাম শিকালে।

তেতিয়া ইংৰাজী ১৮২৬ চন। ইংৰাজৰ আগমনত অৱশ্যে মানৰ দিনৰ অন্ত পৰিল। ক্ৰমাৎ দেশখন সুস্থিৰ হৈ আহিছেহে মাত্ৰ। আহিব-যাবলৈ ৰেল-জাহাজ নাই, বাট পথো দুৰ্গম—অটব্য অৰণ্যেৰে ভৰা; লেখা লেখি কৰিবলৈ ডাকঘৰ নাই, এঠাইৰপৰা আন এঠাইলৈ যাবলৈ হলে হাঁহ-পাৰ মাৰি এদনীয়া হৈ ওলাই যাব লাগে। আমাৰ দেশৰ ভিতৰতে এই অৱস্থা; বিদেশৰপৰা অহা যে কিমান কঠিন, তাক ভাবিবই নোৱাৰি। সিমানতো, দেশজয় কৰাৰ নিচিনা উচ্চ আকাঙ্ক্ষাই মনত যেতিয়া পিতাপি লয়হি, স্থিতিৰ দূৰত্ব, ভাবৰ ব্যৱধান আৰু বিপদ-বিঘিনিৰ দৃশ্য সকলো সমান হৈ যায়। সাত-সাগৰ-তেৰ-নৈ পাৰ হৈ বৃটিচ জাতিয়ে যেনেকৈ ৰাজনৈতিক

জয় কৰিবলৈ লগত আগ্নেয় অস্ত্ৰ লৈ আহিছিল, পৃথিৱীৰ এক প্ৰান্তৰপৰা আমেৰিকাৰ পাদুৰীসকলেও তেনেকৈ জগত জয় ক ৰিবলৈ লগত মোহিনী অস্ত্ৰ যীচু খৃষ্টৰ প্ৰেমৰ বাণী লৈ আহিছিল। এই আধ্যাত্মিক জয়ৰ প্ৰেৰণাত পৰিয়েই ইং ১৮৩৬ চনহেন কালতো পাদুৰী ৰেভাৰেণ্ড কটাৰ আৰু তেওঁৰ মেমে পাটকাইৰ নিচিনা পৰ্ব্বতো হেলাৰঙে পাৰ হৈ আহি ভয়ে-ভয়ে অসমৰ তামুলশদিয়াত যীচু খৃষ্টৰ পুণ্যপ্ৰেমৰ শঙ্খত ফুঁক দিব পাৰিছিল।

আমেৰিকাৰ বষ্টন নগৰৰপৰা কেনেকৈ যে আহি তেওঁবিলাক শদিয়া পাইছিলহি, ভাবিলে তম্মান্ খাব লাগে। ২০ বছৰ বয়সতে অভিভাৱ টমাছ কটাৰে তেওঁৰ ধৈণীয়েক হেৰিয়েট ন' কটাৰেসৈতে ওপজা-ঠাই লেকিংটন এৰি বৰ্ম্মাত ছপাখানাৰ কাম কৰিবলৈ আহে। লগত এটি কলৰ ছপাখানাকে সম্বল লৈ তেওঁবিলাকে ১৮৩১ চনত বষ্টন নগৰ এৰে আৰু এবছৰ মানৰ মূৰত মৌলমেনত থাকিবলৈ লয়হি। তাৰ পিছত, কটাৰ-যুগল ৰেঙুনলৈ যায়। বৰ্ম্মা ৰজাই ছপাখানা চাবলৈ হেঁপাহ কৰাত দুয়ো তাক লৈ আভালৈ যাত্ৰা কৰে। এই যাত্ৰাত তেওঁবিলাক ভোকে-পিয়াহে জৰ্জ্জৰিত হৈ গৈছিল। নাৱত উঠি ৰেঙুনৰপৰা আভা পাওঁতে ৪৩ দিন লাগিছিল। বাটত ডকাইতে নাওখন বেৰি-বেৰি ধৰিছিল। করুণাময় পৰমেশ্বৰে কৃপা কৰাত হে সাৰি আহি বৰ্ম্মা-ৰজাৰ আগত উপস্থিত হব পাৰিছিল।

ৰজাৰ ভালৈ তেওঁবিলাক আহিল। আহি, ৰজাক ছপাখানাৰ কাম কৰি দেখুৱালে। ৰজায়ো বৰ সন্তোষ লাভ কৰিলে। কটাৰদ্বয়ে প্ৰচাৰ কৰিবলৈ ধৰিলে :—

১। দুখীয়াবিলাক ধন্য, কিয়নো, স্বৰ্গৰাজ্য তেওঁবিলাকৰ হে। অৰ্থাৎ দুখীয়াই হে সদায় স্বৰ্গত থকা ঈশ্বৰক সুঁৱৰি পবিত্ৰ মনেৰে থাকে। কিন্তু ধনীয়ে ঈশ্বৰ-চিন্তা কৰিব নোৱাৰে। কাৰণ তেওঁবিলাকৰ অন্তৰ ধন-বস্তুৰ অহঙ্কাৰত কলুষিত হৈ থাকে।

২। শোকাতুৰবিলাক ধন্য ; কিয়নো তেওঁবিলাকে শান্তনা লাভ কৰে।

৩। নম্ৰ হৈ ফুৰাবিলাক ধন্য ; কিয়নো তেওঁবিলাকেই পৃথিৱীৰ অধীশ্বৰ হব।

৪। সত্য ৰক্ষাৰ কাৰণে যি সকল ব্ৰতী, সেই সকল ধন্য, কিয়নো, এদিন-নহয়-এদিন সেই সকলৰ দাবী পূৰণ কৰা হব।

৫। যাৰ অন্তৰ নিৰ্ম্মল তেওঁ ধন্য, তেওঁলোকে ঈশ্বৰক দৰ্শন লাভ কৰে।

৬। শান্তিস্থাপন কৰোঁতাসকল ধন্য, কিয়নো তেওঁবিলাকক ঈশ্বৰৰ সন্তান বুলি কোৱা হয়।

৭। সত্য আৰু ধৰ্ম্মৰ নিমিত্তে যাক অভিষিক্ত কৰা হয় তেওঁ ধন্য ; কাৰণ, স্বৰ্গৰাজ্যখন তেওঁৰ নিমিত্তেই আচু টীযাকৈ থোৱা আছে।

৮। যিবিলাকে ইষ্ট-মিত্ৰৰ নিমিত্তে লোকৰ গালি খায়, শাস্তি ভোগ কৰে আৰু সকলো অন্যায় অত্যাচাৰ অম্লানবদনে সহ্য কৰে তেওঁবিলাক ধন্য।

৯। আনন্দ কৰা, আনন্দত উৎফুল্ল হৈ উঠা — কাৰণ, এই পৃথিৱীৰ প্ৰাপ্যতকৈও স্বৰ্গৰ পুৰস্কাৰ অধিক মহান।

১০। তোমালোকেই পৃথিৱীৰ লোণ, তোমালোকেই পৃথিৱীৰ পোহৰ, তোমালোকৰ পোহৰ এনে ভাবে প্ৰকাশ কৰা যাতে সেই পোহৰত মানুহে তোমালোকৰ সৎ কৰ্ম্মবিলাক দেখে আৰু তাকে দেখি, স্বৰ্গবাসী পিতৃজনাক যেন মনত পৰে।

ওপৰত উল্লেখ কৰা বাণীত ভোল গৈ হঠাতে এজন ফুঙ্গী (বৌদ্ধ-পুৰোহিত) খৃষ্টান হল। তেতিয়াহৈকে ৰজাৰ এনে ভ্ৰুভঙ্গেই নাচিল। এই বাতৰিত গোটেই আভা নগৰী তল-ওপৰ লাগি গল। সেই গল, সেই বতাহ পাতুৰী মেম-ছাহাব দুৱাৰাকীক নগৰৰপৰা উলিয়াই দিলে। তেওঁবিলাক

গৈ, নগৰৰ বাহিৰত আগৰেপৰা থকা জদুছনৰ তাত থাকিলগৈ। সেই ঠায়ে নুগুজা বাবে তেওঁবিলাক আকৌ বেঙ্গুনলৈ গলগৈ। তাৰপৰা আকৌ ১৮৩৫ চনত আভালৈ আহিল। আভাৰপৰা মৌলমেন পালেগৈ। মৌলমেনৰপৰা হে পাটকাই পৰ্ব্বত পাৰ হৈ ১৮৩৬ চনত ব্ৰাউনৰ ছাহাব শদিয়া পায়হি। তাতে তেওঁ ভালেমান খাম্‌তি, চিংফৌ আৰু অসমীয়া কিতাপ ছপায়।৮

## 'অৰুণোদই -প্ৰেছ" প্ৰতিষ্ঠা

১৮৪৩ চনত শদিয়াৰপৰা ছপাকলটো আনি জয়পুৰত থয়। তাৰ পিছত শিবসাগৰৰ পচিম দিশে দিখৌৰ পকাঘাটৰপৰা অলপ উজাই, নৈৰ বাঁওপাৰে অলপ নামি পাতেছি। তাতে গৃহনিৰ্মাণে বেভাবেগু নামঘৰ-ঘাটৰ পৰা দেউল লগা লাগিছে। কাটাৰ-ব্ৰাউনে প্ৰতিষ্ঠা কৰা আমেৰিকান বেপ্‌টিষ্ট মিশ্যনৰ এই ছপাখানা বা ছপাকলটোৰপৰাই হঃ ১৮৪৬ চনত অসমীয়া ভাষাৰ প্ৰথম-প্ৰথম মাহেকীয়া আলোচনী 'অৰুণোদই' বাতৰি প্ৰকাশিত হয়। শ্ৰীৰামপুৰৰ নেথান-ব্ৰাউনৰ দ্বাৰাই সম্পাদিত বঙলা 'অৰুণোদইৰ' আহিৰে অসমীয়া অৰুণোদই ছপোৱা হৈছিল। খৃষ্টীয়ান ধৰ্মশাস্ত্ৰৰ মাধাৰণী বাণী প্ৰচাৰ কৰাই ইয়াৰ মূল উদ্দেশ্য আছিল যদিও সাহিত্য-কুৰ্ষী বিজ্ঞান-বিষয়ে বাছনৱনীয়া প্ৰবন্ধই তাত ঠাই পাইছিল। স্থানীয় বাতৰি আৰু আন-আন দেশৰো বিবিধ সম্বাদ দি কাকতখনলৈ প্ৰকাশনীয়া চাত্ৰৰো শাউতি বাঢ়োৱা হৈছিল। কাকতখন উকা নাছিল—কাঠৰ ব্লক বনাই ছপোৱা ছবিৰে চিত্ৰিত কৰা হৈছিল। অসমীয়া মানুহৰ হতুৱায়েই সেই চিত্ৰ অংকন সাচত মলোৱাইছিল। সেই কাঠৰ ব্লকবোৰ তেতিয়া কলিকতাৰপৰা কটাই অনোৱা হৈছিল। সকলোবোৰ ছবিবোৰ ইয়াতে বজৰমণি-কাইটিত কাটি লোৱা হৈছিল। প্ৰথমতে 'অৰুণোদই"—এই নামটোৰ আখৰ কেইটা কাঠত কাটি বেটুপাত-কাঁড়পাতত মুদ্ৰিত কৰা হৈছিল। "সাতাৰন

ছাল"ৰপৰা সেই দুয়োটা পাতত পুখুৰীবোৰেসৈতে শিৱসাগৰৰ দৌল তিনটাৰ ছবি ওলাইছিল।

কাকতত চ ছৰ ভিতৰত অকল চ আখৰটো ; চিৰী-শ, পেটকটা-ষ আৰু দইত স—এই তিনটাৰ ভিতৰত অকল দন্ত্য সহে, স্বৰবৰ্ণৰ কেৱল ই দী আৰু বাকেনতবাৰ চিহ্নবোৰ মাথোন ব্যৱহাৰ কৰা হৈছিল। কলিকতাত গীহব ৰ আৰু ৱ আখৰৰ সাচ পোৱা নগৈছিল দেখি হেমচন্দ্ৰ বৰুৱাই পৰামৰ্শ মতে তাক আমেৰিকাৰপৰা কটোৱাই অনোৱা হৈছিল। মুঠতে, 'অৰুণোদই'ৰ বৰ্ণবিন্যাস-প্ৰণালী চলিছিল প্ৰথম অসমীয়া-অভিধান লেখোঁতা যাদুৰাম ডেকাবৰুৱাৰ আৰ্হি মতেই।

'অৰুণোদই'ৰ সম্পাদকে কাকতখন সম্পাদন কৰি, ছপা হোৱা মাত্ৰকে নিজে-নিজেই খোজ কাঢ়ি-কাঢ়ি শিৱসাগৰৰ পৰা যোৰহাটলৈকে ঘৰে-ঘৰে বেচি ফুৰিছিল। সম্পাদকেই সম্পাদনা আৰু বেচোঁতাও ডাক-পোহাৰীও হব লগীয়া হৈছিল। একো সংখ্যা মাত্ৰ ২০০ খনকৈহে বিক্ৰী হৈছিল। তাৰ বছেৰেকীয়া বৰঙণি আছিল দুটকীয়া এটা। কাকতৰ আকাৰ আছিল ডবল ক্ৰাউন আৰু সংখ্যাত ১৬ৰ পৰা ২৪ পিঠিলৈকে আছিল।

১৮৩৬ চনত ডাক্তৰ নাথান ব্ৰাউন আৰু ৰেভাৰেণ্ড কাটাৰে অনা ছপাখানাৰ নামটো ''অৰুণোদই প্ৰেছ'' বুলিয়েই দিয়া হৈছিল। ১৮৪৬ চনৰপৰা ''অৰুণোদই'' কাকতখন এই সকল সম্পাদকৰ তত্বাৱধানত চলিছিল :—

১৮৪৬ চনৰ পৰা ১৮৫০ চনলৈকে :—ৰেভাৰেণ্ড এচ, এম, ছোৱাইটিং, ডাক্তৰ নাথান ব্ৰাউন আৰু ৰেভাৰেণ্ড অলিভাৰ টমাছ কটাৰ।

১৮৫৩ চনত—টমাছ কটাৰ গল।

১৮৫৫ ,,—ডাক্তৰ ব্ৰাউন গল।

১৮৫৬ চনৰপৰা—ৰেভাৰেণ্ড এচ, এম্, ছোৱাইটিঙে অকলৈ চলায়।

১৮৫৬ ,, —ডাক্তৰ মাইল্‌ছ ব্ৰনছন।

১৮৬৭ চনৰপৰা—শ্ৰীমতী এছ আৰ ৱাৰ্ড।

১৮৬৯ ,, – ৰেভাৰেণ্ড ক্লাৰ্ক।

১৮৭৪ ,, —ৰেভাৰেণ্ড এ কে গাৰ্নী।

১৮৮৩ চনত নাজিৰাৰ 'আসাম কোম্পানী'ক "অৰুণোদই"—ছপাখানাটো বিক্ৰী কৰা হয়।

## ডাক্তৰ ব্ৰাউনৰ অসমীয়া ভাষা বিশ্লেষণ।

১৮৩৭ চনৰপৰা "অৰুণোদই" ছপাখানাতে পাদুৰী সকলে পত্ৰ প্ৰকাশালিত চলোৱাসকলো অসমীয়া কিতাপ ছপোৱা হৈছিল। সেই অসমীয়া কিতাপবোৰো পাদুৰী সকলে নিজেই লেখিছিল। "অসমীয়া বাইবেল," "যাত্ৰীকৰ যাত্ৰা" আৰু বহুত গীত-মাতৰ পুথি পাদুৰী সকলৰ অসমীয়ালৈ দান। ৰাধানাথ বৰবৰুৱাৰ মুখৰপৰা শুনি কাশীনাথ তামুলী ফুকনে অসমৰ যিখন বুৰঞ্জী লিখিছিল সেই খনিও এই "অৰুণোদই" ছপাখানাতেই ছপা হয়। অসমীয়া ভাষাত সেইখনেই প্ৰথম মুদ্ৰিত অসম-বুৰঞ্জী। বঙলা ভাষাৰ লগত অসমীয়া ভাষাৰ যে কোনো সম্পৰ্ক নাই আৰু অসমীয়া যে এটা স্বতন্ত্ৰীয়া ভাষা তাকে পাদুৰী চাৰ্লচ নাথান ব্ৰাউনেই জমে-জমে অসমীয়া শব্দাৱলী কঢ়িয়াই দেখুৱায়। তেওঁৰ বিশ্লেষণৰপৰা জনা যায় যে অসমীয়া শব্দৰ ১০০ টাৰ ভিতৰত তলৰ ভাষাৰ শব্দ এই অনুপাতে সোমাই আছে, যথা :—

সংস্কৃত ৬৩টা, শ্যাম্‌তি ১টা শ্যামদেশীয় ১টা, অঁকা ৭টা, আৰব ১টা, মিচিমি ১টা, শান ৫টা, কাৰেং ১টা, মৰাণ ১টা, দক্ষিণ টাঙ্কু ১টা, খৈবু ১টা, মাৰিং ১টা, আৰু জাপান দেশীয় ১টা।

সেইকালৰ স্কুলসমূহৰ ইন্‌স্পেক্টৰ ডব্লিউ ৰবিন্‌চন্ চাহাবে কেপ্টেইন জেনকিন্‌চৰ সৈতে গোট খাই যেতিয়া অসমত অসমীয়া ভাষাৰ পৰিবৰ্ত্তে বঙলা ভাষা চলাবলৈ চেষ্টা কৰে আৰু অসমীয়া ভাষাটো বঙলাৰে অপভ্ৰংশ

বুলি কয়, তেতিয়া 'অৰুণোদই'-সম্পাদক ভাষাবিদ পাদুৰী ব্ৰাউনে শিৱসাগৰৰ পৰা এইটি চোকা মন্তব্য প্ৰকাশ কৰে :—

"অসমীয়া ভাষাটো ইমান পুৰণি আৰু অসমৰ সকলোতে ( কামৰূপৰ চেকেৰীবাদে ) ইমান একেআগী যে ই গঁচাসঁচিকৈয়ে ক'তো নিমিলে। বঙলা ভাষাটো দিনে-দিনে সলনি হৈ আহিছে বুলি মিঃ ৰবিন্সনে মিছেই কৈছে; অসমীয়া ভাষাটো কিন্তু শ-শ বছৰ একে দৰেই চলি আছে। ই কেতিয়াও বঙ্গ দেশৰপৰা অহা নাই। বিশেষকৈ উচ্চাৰণতে চাব বঙলাতকৈ সংস্কৃতৰপৰা উদ্ভৱ হোৱা অন্যান্য ভাষাৰ লগত হে ইয়াৰ সাদৃশ্য অধিক পৰিমাণে দেখিবলৈ পোৱা যায়। উপৰি পৰা নহলেও, অসমীয়া ভাষাৰ মাত-কথাবোৰ শুনিবলৈ সুৰদি আৰু সগৰীয়া। মিঃ ৰবিন্সনে নকলেও, ইয়াক অসমীয়া মানুহৰ মাতৃভাষা বুলি গণ্য কৰা নিতান্ত উচিত হব। নজনা শুনাকৈয়ে ভাষা এটা পেলাই কৰা অতি উজু। আনাৰ আগৰ-ভোঁটনি দেখুৱাই ভাষাটোক লেহেটা, অমাৰ্জ্জিত আপচু আৰু চহা বুলি "পাঃ' কাকতৰ দাঁত-নিকটাই-হহা-চবিৰ নিচিনাকৈ হাঁহিব পাৰে তথাপি আমি যি মানুহৰ মাজত যি-ভাষা চলি থাকে সেই ভাষা চলাবলৈ হে কঠোৰ ক্লেশ কৰিব লাগিব। নহলে, সেই জাতিৰ কেতিয়াও সুমঙ্গল নহব।"

পাদুৰীসকলে অসমীয়া ভাষা সঞ্জীৱিত কৰিবলৈ কেনেকুৱা প্ৰতিদ্বন্দ্বৰ বিৰুদ্ধে যুঁজিব লগীয়া হৈছিল, ব্ৰাউনৰ মন্তব্যটোৰেই তাৰ সাক্ষ্য। অসমীয়া ভাষাক কি বিদেশী কি চৰ্কাৰী কৰ্ম্মচাৰী যেয়ে স্বতন্ত্ৰ ভাষা বুলি স্বীকাৰ নকৰিছিল তাকে পাদুৰীসকলে জুইআঙ্গনিৰে প্ৰতিবাদ কৰিছিল।

নামত খৃষ্টীয়ানী হলেও, কামত কাকতখনত জাতি-ধৰ্ম্মৰ ভেদ ভাব নাছিল—সকলো সম্প্ৰদায়ৰে সৰ্ব্বাঙ্গীন উন্নতি কৰাই কাকতৰ এটি লক্ষ্য আছিল। সূৰ্য্যই পোহৰ বিলাওঁতে যেনেকৈ পদুমনি গেৰেকনিৰ বাছ-বিচাৰ নকৰে 'অৰুণোদই' কাকতেও যীচুৰ বাণী বিলাবলে যাওঁতেও তেনেকৈ হিন্দু খৃষ্টান

একোকে নেচাইছিল। ডাক্তৰ ব্ৰন্‌চন চাহাবে গমিবিৰ নিধিক নিধিলেভি ফাৰবেল নাম দি খৃষ্ট-ধৰ্ম্মত দীক্ষিত কৰে। হেমচন্দ্ৰ বৰুৱা আদিক কোনো-কোনো কথাত ঠেক দিছিল যদিও, এই নিধিলেভিয়েই ''অৰুণোদই''ৰ ধৰ্ম্ম-প্ৰচাৰ বিভাগৰ বাজহাড় আছিল। এওঁ 'ভাৰতীয় দণ্ডবিধি আইন'খন অপূৰ্ব্ব অসমীয়ালৈ ভাঙে। নগাৱঁৰ আনন্দিৰাম ঢেকিয়াল ফুকন, সোণাৰচান্দ ডেকাবৰুৱা ( হেমচন্দ্ৰ বৰুৱা ), পূৰ্ণানন্দ বৰুৱা, ৰায় বাহাদুৰ গুণাভিৰাম বৰুৱা, মাধুৰাম ডেকাবৰুৱা, ডাক্তৰ কাশীনাথ শৰ্ম্মা পণ্ডিত আৰু এলফ্ৰেড নেনেটকে প্ৰমুখ্য কৰি সেই কালৰ সকলো দেশহিতৈষীয়ে ''অৰুণোদই' আলমতে যদৌ অসমত স্বদেশানুৰাগৰ অনুত চানিয়াই দিছিল। 'তৃতীয়া' তাৰিখৰ বুৰঞ্জীখন 'অৰুণোদইৰ' পাদুৰী সবলেই যি উদ্ধাৰ কৰিলে! তেওঁ-বিলাকে পিটি-পিটিকৈ বিচাৰি অসমীয়া মানুহৰ ঘোৰাচাতৰ পৰা ভালেমান বুৰঞ্জী পুথি আনি গোটাই থৈছিল।

## 'অৰুণোদয়ত' ঢেকিয়াল ফুকনৰ ৰশ্মি।

'অৰুণোদই''-আৰু উজ্জ্বল কৰিবলৈ আনন্দৰাম ঢেকিয়াল ফুকনে এনে আদৰ্শৰ ৰশ্মি পালিছিল :-

''যি সময়ত অসম ভাৰি গুচি ফুলবাৰি হব, নৈত ডোঙা গুচি জাহাজ হব, নৰ বাঁহৰ গুচি শিলইটাৰ হব, গাৱেঁ গাৱেঁ হেজাৰে বিজাৰে পঢ়াশালি, গিয়ানৰ সভা, চিকিতচালই, দুখীয়া দৰিদ্ৰ পৰিত্ৰাণৰ আলয় হব আৰু তিকালত লোক সকলে পৰস্পৰ হিংসা নকৰি আনাইয়ে আনাইক, ভ্ৰাতৃৰত চেনেহ কৰিব, কেৱে দুটকা কানিৰ সলনি মিচা সাখি নিদি লাখ টকাকো লাতি কৰি থব, কোটি টকা ভেটি পাইও কাৰো অন্যায় নকৰিব—সেই সময়, হে পৰমপিতা জগদিশ্বৰ, সিঘ্ৰে ঘ টাৱা।''

ভাৰতৰ অন্যান্য ভাষাৰ লগত অসমীয়া ভাষাৰ অমিল ক'ত তাক

এইজন ঢেকিয়াল ফুকনেই "অৰুণোদই"ত লেখা কথাকেই সদৰ দেৱানী আদালতৰ জজ মিঃ এন্ড্ৰু মফট মিলছৰ হাততো লেখি দিছিল, "ভালেমানে কয়,—অসমীয়া ভাষা হেনো বঙলাৰপৰা ওলোৱা, এই কথা তেনেই মিছা। ভাৰতবৰ্ষৰ কোনো দেশতে বুৰঞ্জী সাহিত্য ধাৰাবাহিকৰূপে আজিলৈকে লিখা পোৱা নাই। অসমত কিন্তু, অতীজৰেপৰা বুৰঞ্জী লেখা ৰীতি আছে। অসমীয়াৰ স আৰু ৰ উচ্চাৰণো অসমত হে আছে আৰু ই অসমীয়াৰ মুখতহে ফুটে।"

সেই কালৰ বৃটিছ চৰকাৰৰ বৰমুৰীয়াসকলে অসমত বঙলা ভাষা চলাবলৈ কাৰবাৰ কৰাত, ঢেকিয়াল ফুকনৰ মতকে পাদুৰী সকলে চক্ৰবাণৰূপে ব্যৱহাৰ কৰিছিল।

## 'অৰুণোদইৰ' লেখা-ঠাঁচ

'অৰুণোদইৰ একোটা বাতৰি এনে ভাৱে লিখা হৈছিল যেন ভৱিষ্যতলৈ সি একোটা বুৰঞ্জীমূলক ঘটনাৰ বিৱৰণী হবগৈ পাৰে। ১৮৪৬ চনৰ অক্টোবৰ মাহৰ প্ৰথম ভাগ 'অৰুণোদইত' খুন্তুৰ-খানাক ভাষাৰে মহাৰাজ পুৰন্দৰ সিংহৰ স্বৰ্গাৰোহণ বাৰ্ত্তাটি পাদুৰীসকলে এই দৰে দিছিল :—

"জোৰহাত নগৰত মহাৰজা পুৰন্দৰ সিংহৰ ৩ দিন পৰ্য্যন্তে মধুমেহ পিৰা উপস্থিত হৈ বৰ্ত্তমান ম.হৰ ১ তাৰিখ বৃহস্পতিবাৰৰ দিনা বেলি দুই বুজাৰ সময়ত মিৰ্ত্তু হল। তেতিয়া দুৰ্গাপূজা চাবলৈ ফুকন বৰুৱা আদি বৰবৰুৱা ডাঙৰীআ সকল গোট খাই সেই মিৰ্ত্তু মহাৰাজক নগৰৰ পৰা বাহিৰ কৰি দহন আদি কৰাৰ নিমিত্তে শ্ৰীজুত কামেশ্বৰ সিংহক মিৰ্ত্তু ৰজাৰ স থকাৰ থাইতে বৰ চৰাত কাপোৰ পাৰি বহৱাই বৰবৰুআ আৰু ডাঙৰীআসকলে চাৰি ৰজাৰ সময়ত পুৰ্ব্বে পিত্ৰি ৰজাই জুৱৰাজ নাম দিয়া শ্ৰীজুত কামেশ্বৰ সিংহক এক সেৱা কৰি জুৱৰাজ মৰ্জতা দিলে। পাচে জুৱৰাজে সোন, ৰূপ,

কাঁহ আৰু তাম এই চাৰি কলহেৰে ব্ৰিতু্য বজাক গা ধুৱাই ৰাজ অলঙ্কাৰ পিন্ধাই সবাইত সাজ কাপৰ দি কুৰঁৰি আৰু গোহাঞ সকলে সেৱা জনাই চাঙটি চন্দোআৰ তৰি চৌদোলাত তুলি দিচৈ নৈৰ ওচৰলৈ নি আঁৰ কাপৰ তৰি চন্দন কাথ আদিৰে দহন কৰিলে। স নিঁওতে ৰবলোক আৰু সৰু সৰু লোক বহু মানুহ গৈছিল ”

পুথিৰ সমালোচনা কেনেকৈ কৰিব লাগে তাৰো এটা আহি 'অৰুণোদয়ে' দেখুৱাইছিল আৰু সেই সমালোচনাৰ প্ৰসঙ্গতে পুথি-লেখকক প্ৰশংসাও কৰিছিল, উৎসাহ-উদ্গণিও দিছিল। আনন্দৰাম ঢেকিয়াল ফুকনে "অসমীয়া লৰাৰ মিত্ৰ" পুথিখন লেখি ছপাই উলিয়ালত সেই কাকতে এইৰূপে তাৰ সমালোচনা কৰিছিল :—

"শ্ৰীজুত বাবু আনন্দিৰাম ঢেকিয়াল ফুকনে কলিকতালৈ গৈ হিন্দু কলেজত ভালৰূপে ইংৰাজি বিদ্যা সিকিলে। পাচে গুৱাহাতিলৈ উভতি আহি আপোন অসম দেশৰ উপকাৰ হবৰ নিমিত্তে চিন্তা কৰি জেতিআ আহৰি পাই তেতিআ অলপ অলপকৈ এনে কিতাপ লেখিবলৈ ধৰিলে আৰু বহু পৰিশ্ৰমেৰে ইংৰাজি ভাষাৰ পৰা অসমিয়া ভাষালৈ এই কিতাপ লেখি আৰু কলিকতাত সুন্দৰ আখৰেৰে চপালে। -

মাজে মাজে ভুল ওলাই। কিন্তু মানুহৰ লিখা কিতাপত বিসেসকৈ কোনো ভাসাত প্ৰথমে লিখা কিতাপবোৰত ভুল থাকে। কিন্তু বহু ভাল আৰু গিয়ানৰ কথা ইয়াতে ওলাই আৰু পৰ্হিব জনা মানুহে কিনি পহিলে ভাল। ,এই ফুকনৰ নিচিনা কেৱল আপোন সুখ আৰু লাভ নিবিচাৰি আন ভদ্ৰ মানুহবোৰে আপোন দেশৰ মানুহৰ উপকাৰৰ নিমিত্তে সেই ৰূপে কোনো গিয়ানৰ কিতাপ লিখিলে ভাল। লোকৰ আগত আপোনাৰ নামত প্ৰশংসা পাবৰ ইচা নাই দেখি ফুকনে সেই কিতাপৰ ওপৰত আপুনি কৰা বুলি নাম নিদিলে। অসমীয়া লোকৰ মাজত প্ৰথমে আপোন দেশৰ উপকাৰ চিন্তি